# ৺শৰৎচন্দ্ৰ গোস্বামীৰ
# চমু জীৱনী




## প্ৰকাশকৰ নিবেদন

স্বনামধন্য ৺শৰৎচন্দ্ৰ গোস্বামীদেৱৰ তিৰোধান হবৰ প্ৰায় ১০ বছৰ হ'ল। ইমান দিনলৈ তেখেতৰ জীৱনী এখন প্ৰকাশ কৰি গুণগ্ৰাহী বন্ধু আৰু ৰাইজলৈ আগবঢ়াব নোৱাৰি পোনতে সিবিলাকৰ ওচৰত ক্ষমা বিচাৰিছোঁ। যিবিলাক কাৰণত কিতাপখন যুগুত কৰি প্ৰকাশ কৰিব পৰা হোৱা নাছিল সেইবোৰ কথা বহলাই লিখাৰ প্ৰয়োজন নাই।

প্ৰথমতে জীৱনীখন যুগুত কৰিবলৈ উঠি-অহা সাহিত্যিক শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাদেৱক ভাৰ দিয়া হয়। তেখেতে যথাসম্ভৱ শীঘ্ৰে কিতাপখন যুগুত কৰি দিয়ে। তাৰ পিচত দুই এজন বন্ধুবৰ্গ আৰু আত্মীয়-কুটুম্বক দেখুৱাত তাৰ কিছু পৰিবৰ্তন কৰিবলৈ উপদেশ দিয়ে। সেই অনুসৰি পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন কৰাত সময় লাগিল।

সৰ্বশেষত গোটেইখন কিতাপকে হাতফুৰাই দিবলৈ আৰু আৱশ্যকীয় সাল-সলনি কৰি যুগুত কৰি দিবলৈ বুলি শ্ৰীযুত মহাদেৱ শৰ্মাদেৱক অনুৰোধ কৰা হ'ল। গোস্বামীদেৱৰ লগত ঘনিষ্ঠভাৱে জড়িত লোকৰ ভিতৰত শৰ্মাদেৱো এজন। তেখেতে সেই কাম হাতত ললে। নতুনকৈ তিনটি অধ্যায় লিখি দিলে আৰু গোটেই-খিনিতে হাতফুৰালে। উল্লেখযোগ্য যে গোস্বামীদেৱৰ সাহিত্য-ক্ষেত্ৰত কৰা কামবিলাকৰ বাহুল্য আলোচনা পিচলৈ থৈ সম্প্ৰতি ইয়াত সংক্ষেপে তাৰ উল্লেখ মাথোন কৰা হ'ল। সুবিধা হলে বৰুৱাদেৱে কৰা বহল আলোচনা সমালোচনাখিনি সুকীয়াকৈ প্ৰকাশ কৰিলে ভাল হব বিবেচনা কৰি ইয়াৰ লগত দিয়া নহল।

কিতাপখনত ওপৰঞ্চি হিচাবে এটি অধ্যায় সন্নিবেশ কৰা হ'ল। লিখক শ্ৰীযুত কাশীনাথ বৰ্মন। তেখেঁত গোস্বামীদেৱৰ লগত আজীৱন ঘনিষ্ঠতা সূত্ৰেৰে আবদ্ধ। তেখেতে 'মানুহজন' হিচাবে গোস্বামী-দেৱক বুজিবলৈ চেষ্টা কৰাত ইয়াৰ উপযোগিতা উপলব্ধি কৰা হ'ল। ঠায়ে ঠায়ে কোনো বিষয়ৰ বহুল বৰ্ণনা থাকিলেও, আশা কৰোঁ, গোস্বামীদেৱৰ চৰিত্ৰৰ বিশিষ্টতা কিছু পৰিমাণে বুজিবলৈ সি সহায় কৰিব।

এইদৰে যিসকল লোকৰ সহায়ত, পৰামৰ্শ আৰু উদগণি পাই পলমকৈ হলেও কিতাপখনি প্ৰকাশ কৰা হ'ল সিবিলাকলৈ আমাৰ আন্তৰিক শলাগ জনালোঁ।

আমাৰ যাবতীয় ক্ৰটি মাৰ্জনা কৰি গুণগ্ৰাহী বন্ধু আৰু সহৃদয় ৰাইজে গোস্বামীদেৱৰ জীৱন-কথা জানিবলৈ আগ্ৰহ প্ৰকাশ কৰিলেই আমাৰ শ্ৰম সাৰ্থক বুলি ভাবিম।—ইতি

শ্বিলং
বহাগ ৩৬

বিনীত নিবেদক—
**শ্ৰীগকুলচন্দ্ৰ গোস্বামী।**



# ৺শৰৎ চন্দ্ৰ গোস্বামী-দেৱৰ চমু জীৱনী

## প্ৰথম অধ্যায়

### বাল্যকাল

ইংৰাজী ১৮৮৭ চনৰ ১২ মেইৰ দিনা দিনৰ দুইমান বজাত কামৰূপ জিলাৰ নলবাৰী সত্ৰত ৺শৰৎচন্দ্ৰ গোস্বামীদেৱৰ জন্ম হয়। গোসাঁইদেৱৰ পূৰ্ব্বপুৰুষ সকল ভাটীৰ পৰা অহা মানুহ। মহাপ্ৰভু চৈতন্যদেৱৰ নামধৰ্ম্ম প্ৰচাৰ কৰিবলৈ বহু নদী-নলা পাৰ হৈ আৰু দুৰ্গম পথ অতিক্ৰম কৰি তেওঁলোক অসমলৈ আহিছিল। অসম পোৱাত ইয়াৰ উৰ্ব্বৰা ভূমি, শস্যবহুল পথাৰ আৰু সৰল প্ৰকৃতিৰ মানুহবোৰৰ ব্যৱহাৰত মুগ্ধ হৈ নলবাৰীত তেওঁলোকে সত্ৰ পাতিলে। তাত সদায় "তিনিও" সন্ধ্যা নাম-কীৰ্ত্তন হবলৈ ধৰিলে। হৰিনামৰ মধুৰ কীৰ্ত্তনৰ ধ্বনিয়ে চৌদিশ মুখৰিত কৰি তুলিলে। ইয়াতে সকলোৱে তেওঁলোকক শ্ৰদ্ধা ভক্তি কৰিবলৈ ধৰিলে। এওঁলোকৰ বংশাৱলী পুথিৰ শেষত দিয়া হৈছে।

## পিতৃ পৰিচয়

৺গোসাঁইদেৱৰ পিতৃ দেৱতাৰ নাম ৺ললিত চন্দ্ৰ আৰু মাতৃ দেবীৰ নাম মুকুন্দ প্ৰিয়া। তেওঁলোকৰ আঠোটি ল'ৰা-ছোৱালীৰ ভিতৰত ৺শৰৎচন্দ্ৰ চতুৰ্থ সন্তান আৰু দ্বিতীয় পুত্ৰ আছিল। আঠোটা সন্তানৰ ভিতৰত ৪ জন ল'ৰা আৰু ৪জনী ছোৱালী। তাৰে কণবাপ্ আৰু শ্যামচন্দ্ৰ নামেৰে দুটি ল'ৰা ক্ৰমে ১৫ আৰু ৯ বছৰ বয়সত ঢুকায়। জীৱিত দুই পুত্ৰৰ ভিতৰত শ্ৰীযুক্ত প্ৰতাপ চন্দ্ৰ গোস্বামী সাহিত্যৰত্ন ধৰ্ম্মভূষণ ডাঙৰ আৰু ৺শৰৎচন্দ্ৰ আছিল সৰু। সৰুৰে পৰা তেওঁ মাক-বাপেক, ককায়েক-বায়েক সকলোৰে পৰা বৰ আদৰ পাইছিল। বিশেষকৈ ককায়েক শ্ৰীযুক্ত প্ৰতাপ চন্দ্ৰ গোস্বামীদেৱে ৺গোসাঁইদেৱক নিজৰ প্ৰাণতকৈও বেছি ভাল পাইছিল। সেই কাৰণে গোসাঁইদেৱেও আজীৱন ককায়েকক বৰকৈ মানি চলিছিল। তেওঁলোক দুজন ককায়েক-ভায়েকৰ মিলা-প্ৰীতিৰ কথা আজিও মানুহৰ মুখে মুখে শুনিবলৈ পোৱা যায়। ভাটী বয়সতো তেওঁলোকৰ মিলা-প্ৰীতি অকনো কমা নাছিল।

৺গোসাঁইদেৱৰ পিতাক এজন বৰ সদাচাৰী নিষ্ঠাবান আৰু মিষ্টভাষীলোক আছিল। সংস্কৃত শাস্ত্ৰত তেওঁ অগাধ পণ্ডিত আছিল। শাস্ত্ৰজ্ঞানত তেওঁৰ তুল্য লোক সেই সময়ত সেই অঞ্চলত অতি বিৰল আছিল। গভীৰ পাণ্ডিত্য আৰু সজ আচৰণৰ কাৰণে তেওঁক অকল নলবাৰী সত্ৰৰ শিষ্য-ভক্ত সকলেই নহয় আন বহুদূৰৰ লোক সকলেও বৰ ভক্তি কৰিছিল। তেওঁৰ পত্নী মুকুন্দ প্ৰিয়া দেবী নলবাৰীৰ ওচৰৰে মাজদিয়া নামৰ সত্ৰৰ এজনা অতি সাত্বিক গোসাঁইৰ জীয়ৰী

আছিল। পতিৰ অনুৰূপেই তেৱোঁ জ্ঞান আৰু গুণৰ সততে অনুৰক্তা আছিল। পিতৃ-মাতৃৰ এই গুণবোৰ তেওঁলোকৰ সন্তান সকলৰ গাতো স্বভাৱতে ফুটি উঠিছিল।

পিতৃ-মাতৃৰ প্ৰথম সন্তান আছিল বৃন্দা আই। তেওঁৰ ঘৰ এতিয়া বেলশৰ দেৱালয়ৰ দুমাইলমান দক্ষিণে জাগ্ৰা সত্ৰত। জাগ্ৰা এখন প্ৰসিদ্ধ হৰিদেৱী সত্ৰ। ধৰ্ম্ম কথাত বৃন্দা আইৰ সৰুৰে পৰা বৰ মতি আছিল। এওঁ গোসাঁইদেৱৰ ডাঙৰ বাইদেৱাক। এওঁ মৰমতে ৺গোসাঁইদেৱক সৰুতে "চানা বাপা" বুলি মাতিছিল। "চানা বাপা" বোলোঁতে বোলোঁতে ক্ৰমে সকলোৰে মাজত গোসাঁইদেৱৰ "চানা বাপা" উপনামেই প্ৰচাৰ হল। সেই কাৰণে বয়সীয়া লোকসকলে গোসাঁইদেৱক সৰুতে "চানা বাপা" বুলি মাতিছিল। সৰুৰে পৰা এওঁৰ চাল-চলন আৰু কাজ কামৰ গঢ় দেখি পিতৃ-মাতৃ আৰু ইষ্ট-কুটুম্ব সকলোৱে বৰ আনন্দ পাইছিল।

তেতিয়াৰ নলবাৰী আৰু আজিৰ নলবাৰী বহুত প্ৰভেদ। আজি নলবাৰী স্কুল কলেজেৰে ভৰা; তেতিয়া স্কুল কলেজৰ নাম গোন্ধেই নাছিল। আজিৰ নলবাৰীত ধুনীয়া ধুনীয়া ঘৰ, আহল-বহল আলি পদূলি আৰু সুসজ্জিত দোকান-পোহাৰেৰে এখন সৰু নগৰ। তেতিয়া এইবোৰ একো নাছিল। অনেক ঠাই হাবিয়ে আগুৰি আছিল। উত্তৰ অঞ্চলত আন কি মাজে সময়ে বাঘ ভালুক আদিও ওলাইছিল। ৰেল লাইন তেতিয়া হোৱা নাই। মানুহে মটৰত উঠা দূৰৰ কথা মটৰ গাড়ী দেখাই নাছিল।

অৱশ্যে নলবাৰীহে যে তেনে আছিল এনে নহয়। তেতিয়া

অসমৰ অনেক ঠাইৰে অৱস্থা তেনেকুৱাই আছিল। তুলনা কৰি চালে •নলবাৰী কিছু উন্নতহে আছিল।

যি হওক, নলবাৰীত তেতিয়া আধুনিক শিক্ষাৰ বেছি প্ৰচলন হোৱা নাছিল। কাঠৰ ফলি লৈ গাঁৱৰ ল'ৰাবোৰে স্থানীয় কোনো লোকৰ ঘৰত লিখা পঢ়া কৰিছিল। সংস্কৃত শিক্ষাৰ কাৰণে অৱশ্যে সৰু সৰু টোল আছিল। কোনো কোনো সম্ভ্ৰান্ত মানুহৰ নামঘৰ কিম্বা চ'ৰা ঘৰতো শিক্ষাৰ প্ৰতি ধাউতি থকা অভিভাৱক সকলে তেওঁলোকৰ ল'ৰাবোৰক গোটখুৱাই একোজন শিক্ষকৰ অধীনত শিক্ষা দিয়াইছিল।

কিন্তু গোসাঁইদেৱক সৰুতে পিতাকে ঘৰতে এজন পণ্ডিত ৰাখি পঢ়াইছিল। পণ্ডিত জনৰ নাম ৺মাটি ৰাম দাস। তেওঁৰ ঘৰ আছিল বাইহাটা ষ্টেচনৰ ওচৰৰ পানীটেমা গাওঁত।

গোটেই নলবাৰীৰ ভিতৰত সেই সময়ত এখন মাত্ৰ মাইনৰ স্কুল আছিল। এই স্কুল গোসাঁইদেৱৰ ঘৰৰ পৰা এমাইলমান আঁতৰত। গোসাঁইদেৱে ঘৰতে ৺মাটিৰাম পণ্ডিতৰ ওচৰত প্ৰাথমিক শিক্ষা সাং কৰি মাইনৰ স্কুলতে নাম লগাইছিল। সৰুৰে পৰা গোসাঁইদেৱৰ পঢ়া-শুনাত বৰ মনোযোগ আছিল। ঘৰত সকলোৱে "চানা বাপা" বুলি মতাৰ কাৰণে শিক্ষকেও তেওঁক "চানা বাপা" বুলিয়েই মাতিছিল। তেওঁ কয়—"চানা বাপা" সৰুতে বৰ বুদ্ধিমান আৰু সৎ স্বভাৱৰ ল'ৰা আছিল। গাঁৱৰ আন ল'ৰাৰ লগত বা বাই-ভনীৰ লগত কেতিয়াও কাজিয়া পেঁচাল নকৰিছিল। কেতিয়াবা ককাই-দেৱকৰ লগত কাজিয়া আৰু মৰামৰি লাগিছিল। এবাৰ ককাইদেৱকৰ

লগত মৰামৰি কৰি তেওঁক এটা আটীয়াৰ খালত পেলাই দিছিল। ”

সৰুৰে পৰা “চানা বাপা” স্বাস্থ্যবান আৰু দেখনিয়াৰ আছিল। ৺গোসাঁইদেৱে এবাৰ সৰুতে এবিধ বিশেষ জ্বৰত কিছুদিন ভুগিছিল। সৰ্ব্ব শৰীৰৰ এফাল তপত আৰু এফাল শীতল হৈছিল। সেই বেমাৰত তেওঁক কামৰূপৰ প্ৰসিদ্ধ কবিৰাজ ৺বৈকুণ্ঠ নাথ চৌধুৰীয়ে চিকিৎসা কৰিছিল। চৌধুৰী ডাঙৰীয়াই অহোপুৰুষাৰ্থ কৰিহে তেওঁক ভাল কৰিছিল। তেওঁ বেমাৰৰ নাম “অৰ্দ্ধ নাড়ীশ্বৰ জ্বৰ” বুলি কৈছিল।

## ছাত্ৰ জীৱন

সৰুৰে পৰা শিক্ষাৰ প্ৰতি তেওঁৰ উৎসাহ আৰু কৌতুহল দেখি শিক্ষক সকল বৰ আনন্দিত হৈছিল। শিক্ষকসকলে পিতাকক মাজে মাজে এইদৰে কৈছিলহি—“প্ৰভো! চানা বাপাই প্ৰত্যেকটো শব্দৰে অৰ্থ পিটিকি পিটিকি সোধে। আমি হঠাৎ কেতিয়াবা তাৰ প্ৰকৃত অৰ্থ কব নোৱাৰি লাজত পৰিব লগীয়া হওঁ। সেইকাৰণে আমি পাঠটো ঘৰতে ভালকৈ চাই চিতি যাব লগীয়াত পৰোঁ।”

ইংৰাজী ১৮৯৭ চনৰ বৰ ভুঁইকঁপৰ কথা প্ৰায় সকলোৰে জনাজাত। সেই বছৰতে গোসাঁইদেৱে নলবাৰী মাইনৰ স্কুলৰ ছাত্ৰবৃত্তি শাখাত নাম লগাই আৰু লগে লগে ইংৰাজীও শিকিব ধৰে। তেতিয়া তেওঁৰ বয়স দহ বছৰ।

সেই সময়ত ছাত্ৰবৃত্তি আৰু মাইনৰ একেলগে পঢ়াৰ ব্যৱস্থা আছিল। পিচে, গোসাঁই-বামুণৰ ল'ৰাই ছাত্ৰবৃত্তিতহে নাম লগাই-

ছিল। ইংৰাজী পঢ়িলে জাত যায় বুলি ধাৰণা আছিল। বহুতে ইংৰাজীক ম্লেছৰ ভাষা বুলি ঘিণাইছিল। কিন্তু অলপ ইংৰাজী জনা লোকে ভাল ভাল চৰকাৰী চাকৰি পোৱা দেখি ইংৰাজী শিকাৰ প্ৰতি আকৌ প্ৰলোভনো বহুতৰে আছিল।

৺গোসাঁইদেৱে ছাত্ৰবৃত্তি শাখাত নাম লগাইছিল যদিও লগে লগে ইংৰাজীও শিকিছিল। অভিভাৱকেও ইংৰাজী পঢ়াত বাধা দিয়া নাছিল। সিবিলাকৰ ভাব উদাৰ আছিল। ভাল ল'ৰাই ইংৰাজী শিকিলে ভাল চাকৰি পোৱাৰ আশা তেতিয়াৰ দিনৰ পৰাই কৰিছিল।

৺বিজয় চন্দ্ৰ মেধি, শ্ৰীলক্ষ্মীনাথ শৰ্ম্মা তেতিয়াৰ দিনৰ নলবাৰী স্কুলৰ নামজাদা শিক্ষক। তেওঁলোকৰ দৰে একাণপতীয়া শিক্ষক আৰু মৰমিয়াল মানুহ আজিকালিৰ সমাজত বিৰল। নলবাৰী স্কুলৰ ছাত্ৰসকলৰ তেওঁলোকৰ প্ৰতি শ্ৰদ্ধা-ভক্তিয়ে আজিও অন্তৰ ভৰি আছে। ছাত্ৰসকলৰ ভাল দেখিলে তেওঁলোকৰ মনত আনন্দৰ সীমা নোহোৱা হৈছিল। শ্ৰীলক্ষ্মীনাথ শৰ্ম্মাই নলবাৰী হাইস্কুলত কাম কৰি থাকোঁতে ৺ গোসাঁইদেৱে এবাৰ ইনস্পেক্টৰ হৈ স্কুল পৰিদৰ্শন কৰিছিল। তেতিয়া নিজে পঢ়ুৱা ছাত্ৰক ইনস্পেক্টৰ ৰূপে পাই আনন্দত অধীৰ হৈ ছাত্ৰবোৰক কৈছিল—"দেখিছা, মোৰ ছাত্ৰ শৰৎ এতিয়া ইনস্পেক্টৰ চাহাব হৈ মোৰ স্কুল চাবলৈ আহিছে। তোমালোকেও মনোযোগেৰে পঢ়ি তেওঁৰ দৰে কৃতীপুৰুষ হব লাগিব।" এই দৰে কৈ আনন্দত তেওঁ চকু-লো টুকিছিল। ছাত্ৰ আৰু শিক্ষকৰ মাজৰ এই মধুৰ সম্বন্ধ আমাৰ দেশত চিৰন্তনীয়া।

ইংৰাজী ১৯০০ চনত ৺ গোসাঁইদেৱে অসম উপত্যকাত প্ৰথম হৈ নলবাৰী মাইনৰ স্কুলৰ পৰা ছাত্ৰবৃত্তিৰ বৃত্তি লাভ কৰি গুৱাহাটী কলেজিয়েট স্কুলত নাম লগায়। পিতাকে নি বাৰেগঁৱৰ শিষ্যৰ ল'ৰা ৺ধৰেন্দ্ৰ নাথ শৰ্ম্মাৰ লগত স্কুলৰ হোষ্টেলত থৈ আহে। সেই বছৰতে ৺ গোসাঁইদেৱৰ পিতৃ বিয়োগ হয়।

পাচলৈ ৺গোসাঁইদেৱে ধৰেন্দ্ৰনাথ শৰ্ম্মাৰ লগ এৰি ৺ চন্দ্ৰকান্ত গোস্বামী, ৺শিৱমোহন গোস্বামী আৰু ৺পীতাম্বৰ চক্ৰবৰ্ত্তীৰ লগত থাকে আৰু সকলোটিয়েই পাল পাতি নিজে নিজে ৰান্ধি-বাঢ়ি খায়।

সেই সময়ত হাজোৰ শ্ৰীযুক্ত শ্ৰদ্ধা চৰণ চৌধুৰী হোষ্টেলৰ অধিৰক্ষক আছিল। তেৱেঁ ৺ গোসাঁইদেৱৰ অভিভাৱকো আছিল। পাচলৈ চৌধুৰীদেৱৰ নিৰ্দ্দেশমতেই পঢ়া অৱস্থাতে আঠঘৰীয়াৰ ৺ নাৰায়ণ দলৈৰ জীয়েকৰ লগত ৺ গোসাঁইদেৱৰ বিয়া হল। শ্ৰদ্ধাবাবু নাৰায়ণ দলৈৰ বিশিষ্ট বন্ধু আছিল।

১৯০১ চনত শ্ৰীযুত গৌৰীকান্ত তালুকদাৰ আৰু শ্ৰীযুত কালিৰাম বৰ্ম্মণে কলেজিয়েট স্কুলত নাম লগায়। এওঁলোক দুয়োজনৰেই ৺গোসাঁইদেৱৰ লগত বন্ধুত্ব স্থাপন হয়। তিনিও হাইস্কুলৰ ছাত্ৰাবাসত একেলগে আছিল। সেই সময়ৰ কথা শ্ৰীযুত কালিৰাম বৰ্ম্মণে কয়—"আমি স্কুলত থকা কালত গুৱাহাটীৰ পৰা ঘৰলৈ যাব লাগিলে খোজ কাঢ়ি যাব লাগিছিল। ৰেলগাড়ী তেতিয়া গুৱাহাটীলৈ চলা নাছিল। ৰেলগাড়ী গুৱাহাটীলৈ চলা হ'ল ১৯০৯ চনৰ পৰা। গুৱাহাটীলৈ যাবৰ সময়ত আমি নলবাৰীৰ সকলো কেইজন ছাত্ৰ লগ হৈ গৈছিলোঁ। মৰোৱাৰ হাটখোলা সকলোবোৰ ছাত্ৰৰ

লগ হোৱাৰ ঠাই আছিল। তাতে আটাইকেইজন লগ হৈ গুৱাহাটী-লৈ ৰাওনা হওঁ। নলবাৰীৰ পৰা গুৱাহাটীলৈ অহা লোকেলবোৰ্ডৰ আলি সেই সময়ত ১৮৯৭ চনৰ বৰ ভুঁইকঁপে ভাঙি টুকুৰা-টুকুৰি কৰিছিল। বাৰিষা হলে ঠায়ে ঠায়ে একঁকাললৈকে পানী হয়। হাজোৰ পৰা বিজুলী ঘাটলৈ এই ছমাইলক এটা হ্ৰদ বুলিব পাৰি। সেই ছোৱা বাট আমি নাৱেৰে অহা-যোৱা কৰিব লাগিছিল। আমি দল বান্ধি ৩০।৩২ মাইল খোজ কাঢ়ি আহিও কষ্টবোধ নকৰিছিলোঁ। কিয়নো সকলোৰে উৎসাহ, আগ্ৰহ আৰু আনন্দই আছিল আমাৰ বল। ৺গোসাঁয়ে আমাক ৰচনা আৰু সাহিত্যৰ কথা উলিয়াই আমনি লগাইছিল। আমি বাকীবোৰে নানাপ্ৰকাৰ মন-ভুলোৱা পাতল গল্প কৈ আমোদ কৰিছিলোঁ। তাৰ মাজত তেওঁৰ সাহিত্যৰ বক্তৃতা বৰং আমাৰ বিৰক্তিকৰ হৈ উঠিছিল।

সেই সময়ত নলবাৰীৰ পৰা গুৱাহাটীলৈ অহাযোৱা কৰা এটা ডাঙৰ সমস্যা আছিল। আমি ঘৰৰ পৰা গুৱাহাটীলৈ যাত্ৰা কৰাৰ দুই তিনি দিন আগৰে পৰা আমাক ইষ্ট-কুটুম্ব আৰু ভাগী-জ্ঞাতিয়ে খুৱাই বুৱাই বিদায় দিছিল। বাটত কেতিয়াবা কেতিয়াবা আমি বাঘ-ভালুকৰ মুখতো পৰিছিলোঁ। আমাৰ ভিতৰত আটাইতকৈ খুহটীয়া আছিল ৺চন্দ্ৰকান্ত গোস্বামী আৰু পীতাম্বৰ চক্ৰবৰ্ত্তী। চক্ৰবৰ্ত্তীৰ আৰ্থিক অৱস্থা ভাল নাছিল। সেই কাৰণে ছাত্ৰাবাসত থকা বামুণ-গোসাঁইৰ ল'ৰা বিলাকৰ ভাত ৰান্ধি দি তেওঁৰ পঢ়া খৰচ উলিয়াইছিল।"

## ছাত্ৰাৱস্থাত সাহিত্য সাধনা

হাইস্কুলত পঢ়াকালত চুটি গল্প লিখি ৺গোসাঁইদেৱে কেই-বাটাও পুৰস্কাৰ পাইছিল ।

আমাৰ ছাত্ৰাবাসত "সুনীতি সঞ্চাৰিণী" নামেৰে এখন সভা আছিল । এই সভা প্ৰত্যেক মাহৰ শেষৰ দেওবাৰে বহিছিল । তাত ৰচনা পাঠ, গদ্য আবৃত্তি আৰু বক্তৃতাদি হৈছিল । মাজে মাজে ধেমেলীয়া নাটকৰ ভাওনাও কৰিছিল । সাহিত্য চৰ্চ্চাৰ কাৰণে ৺গোসাঁইদেৱে "অঙ্কুৰ" নামেৰে এখনি মাহেকীয়া হাতে লিখা আলোচনী উলিয়াইছিল । এই বয়সত তেওঁক আমি সকলোৱে বিশেষকৈ শ্ৰীযুক্ত গৌৰীকান্ত তালুকদাৰ আৰু মই এই দুজনে প্ৰবন্ধ পাতি দি সহায় কৰিছিলোঁ । এই অঙ্কুৰতেই ৺গোসাঁইদেৱৰ সাহিত্য সেৱাৰ অঙ্কুৰে দেখা দিছিল ।

হাইস্কুলৰ তলৰ শ্ৰেণীত পঢ়ি থকা কালতেই ৺গোসাঁইদেৱৰ গল্প "জোনাকী"কাকতত ৺সত্যনাথ বৰাদেৱে প্ৰকাশ কৰি-ছিল । এই গল্পই তেওঁৰ ছপা হৈ ওলোৱা প্ৰথম ৰচনা ।

"সুনীতি-সঞ্চাৰিণী" সভাই আনৰ বৰ বেছিকৈ নহলেও গোসাঁইদেৱৰ বৰ উপকাৰ সাধিলে । এই সভাৰ যিবোৰ নীতি-নিয়ম আছিল, ছাত্ৰ সভ্যসকলে সেইবোৰ মানি চলিব লাগিছিল । পিচে, সভা-সমিতিত বান্ধি লোৱা নিয়ম-নীতি কেইজন সভ্যই মানি চলে ? বিশেষকৈ ছাত্ৰসভাৰ ধূমপান বৰ্জ্জন কৰিববলৈ লোৱা প্ৰস্তাৱ জানো সকলো সভ্যই মানি চলে ? গোসাঁইদেৱে কিন্তু "সুনীতি-সঞ্চাৰিণী" সভাৰ নিয়ম-কাৰণবোৰ আখৰে আখৰে মানি

চলিবলৈ যত্ন কৰিছিল। তাৰ ফলত তেওঁ সৰুৰে পৰা বৰ সংযত আৰু নিয়মীয়া হৈ উঠিছিল।

ছাত্ৰাবাসত গোসাঁইদেৱৰ এবাৰ মেলেৰীয়া জ্বৰ হৈছিল। ডাক্তৰৰ ঔষধেও বহুদিনলৈকে গুণ দিয়া নাছিল। ৺গোসাঁইদেৱে তেতিয়াৰ পৰা নিয়মিতৰূপে পুৱা-গধূলি ব্যায়াম অভ্যাস কৰে আৰু বাচি খাবলৈ লয়। তাৰ ফলত কিছুদিনৰ ভিতৰতে তেওঁ আৰোগ্য লাভ কৰে। মানুহে নিজ যত্নেৰে স্বাস্থ্যলাভ কৰাৰ ইয়ো এটা উদাহৰণ।

## সৎসাহসৰ দৃষ্টান্ত

এদিনাখন ছাত্ৰাবাসত এটা ভোজ হৈছিল। তেতিয়াৰ দিনত আঠ অনা পইচাতে এটা ডাঙৰ ৰৌ-মাছ পোৱা গৈছিল। সেইদৰে চাউল টকাত ওঠৰ সেৰকৈ বিক্ৰী হৈছিল। খাহী একোটাৰ দাম গুৱাহাটী নগৰত আঠ-ন টকাই বেছি। ভোজৰ আয়োজন ডাঙৰকৈয়েই হৈছিল।

খাবলৈ প্ৰস্তুত হোৱাৰ এঘণ্টামান আগেয়ে শ্ৰীযুত পুষ্পৰাম উজিৰ (এতিয়া তেওঁ পেঞ্চন পোৱা পুলিচ ইনস্পেক্তৰ) আৰু কেইজন মান দুষ্ট বুদ্ধিৰ ল'ৰাই ঘন গাখীৰেৰে গোন্ধত আমোল-মোলাই যোৱাকৈ ঘোঁটা ভাং তৈয়াৰ কৰিছিল। ৺গোসাঁইদেৱে তেতিয়ালৈকে ঘোঁটা ভাং কি তাক সমূলি নাজানিছিল। দুজনমান ল'ৰাই খাই দেখুৱাই বাটিয়ে বাটিয়ে ঘোঁটা-ভাং সকলোকে খুৱালে। ৺গোসাঁইদেৱে আৰু তেওঁৰ বন্ধুসকলেও তাহানিৰ ভীমে নাজানি বিষ-লাড়ু খোৱাৰ

দৰে হেঁপাহ পলুৱাই খালে। এঘণ্টামানৰ পিচত সকলোৰে নিচা লাগিল। তাৰে ভিতৰত শ্ৰীযুত গৌৰীকান্ত তালুকদাৰ, শ্ৰীযুক্ত বিষ্ণুৰাম মেধি, শ্ৰীযুক্ত অমৃত লাল দাস (পিচত ৰায়চাহেব) আৰু শ্ৰীযুক্ত কালিৰাম বৰ্ম্মণৰ নিচা ভালকৈয়ে লাগিল। ৺গোসাঁইদেৱৰো লাগিল; পিচে বৰকৈ লগাৰ আগতে তেওঁ ছাত্ৰাবাসৰ অধিৰক্ষক শ্ৰীযুক্ত শ্ৰদ্ধাচৰণ চৌধুৰী ডাঙৰীয়াৰ ওচৰলৈ গৈ নিজৰ আৰু লগৰীয়া সকলৰ দোষৰ কথা স্বীকাৰ কৰি সকলোৰে হৈ ক্ষমা খুজিলে। শ্ৰদ্ধা বাবুৱে একো নামাতিলে।

ডাঙৰ নিচাত সকলোৱে যাৰে তাৰে বিছনাত ৰাতিটো পৰি থাকিল। কাৰো ভোজ খোৱা নহ'ল। ৰন্ধা ভাত-আঞ্জা ৰন্ধাতে থাকিল। পিছদিনা কাউৰী-কুকুৰৰ ভোজ হ'ল।

ৰাতি পুৱালত কথাটো সদৰী হ'ল। ছাত্ৰসকলৰ ভয়ত তৎমৎ হেৰাল। সকলোৱে ভাবিলে, অধিৰক্ষকে ঘটনাতো জানিছে আৰু এই অপৰাধৰ শাস্তি কি হয় কোনে জানে? গতিকে সকলোৱে ছাত্ৰাবাস এৰিবলৈকে স্থিৰ কৰিলে। এনে সময়ত ৺গোসাঁইদেৱ আহি তেওঁলোকৰ এই আলোচনাত যোগ দিলে। ৺গোসাঁইদেৱক নিৰুদ্বেগ দেখি বাকী সকলোৱে একেমুখে কলে—"গহীন হলে নচলিব; এতিয়া উপায়?" গোসাঁয়ে এটি হাঁহি মাৰি সকলো কথা কৈ লগৰীয়া সকলক অভয় দিলে।

## ৰাজনীতিৰ চ'ৰাত

১৯০৫ চনত বঙ্গ ভঙ্গ ৰহিত কৰিবৰ কাৰণে বঙ্গদেশত তেতিয়াৰ দেশ-নেতা চাৰ সুৰেন্দ্ৰ নাথ বানাৰ্জ্জীৰ অধীনত বঙালীসকলে ভীষণ

আন্দোলন চলায়। সেই আন্দোলনৰ ঢৌ অসমলৈকো আহিছিল। অসমৰ স্কুল-কলেজৰ ল'ৰাবোৰেও বিদেশী বৰ্জ্জন আন্দোলনত যোগ দিছিল। এই আন্দোলন চলাবৰ কাৰণে টকাৰ আৱশ্যাক হ'ল। তেতিয়া "অসম ভেলি ট্ৰেডিং কোম্পানীত" গোবিন্দ লাহিৰী বুলি এজন উৎসাহী ভদ্ৰলোক আছিল। তেওঁ ছাত্ৰসকলক লগ ধৰি আন্দেলনৰ আৱশ্যকতা বুজাই দিছিল আৰু তাৰ কাৰণে অৰ্থ সংগ্ৰহ কৰিবলৈ উদগাইছিল। কিন্তু সেই সময়ত ৰাজনৈতিক আন্দোলনক মানুহে বৰ ভয় কৰিছিল। গতিকে তাৰ কাৰণে ধন গোটোৱা সহজ কাম নাছিল। আন্দোলনৰ কাৰণে মানুহে পইচা এটাও দিবলৈ সাহ নকৰিছিল।

ছাত্ৰসকলে তেতিয়া আন এটা উপায় উলিয়ালে। তেওঁলোকে স্থিৰ কৰিলে যে, ধন সংগ্ৰহৰ কাৰণে তেওঁলোকে সপ্তাহত দুদিনকৈ জাহাজঘাট আৰু ৰেলষ্টেচনলৈ গৈ মুটিয়াৰ কাম কৰিব। সেই সিদ্ধান্ত মতে কামো হবলৈ ধৰিলে। অৱশ্যে সকলো ল'ৰা নগ'ল। কেইজনমানে হলে বৰকৈ মনপুতি খাটিলে। এই কেইজনৰ ভিতৰত আমাৰ ৺গোসাঁইদেৱো আছিল এজন। কাৰণ তেওঁ সদায়ে কোনো কাম কৰিম বুলি ললে তাক আগ্ৰহেৰে কৰিছিল আৰু তাত সফলতা লাভ কৰিবলৈ দেহেকেহে খাটিছিল।

এদিনাখন এটা ট্ৰাঙ্ক নিয়াৰ ভাৰ গোসাঁই আৰু কালিৰাম বৰ্ম্মণৰ ওপৰত পৰিল। ট্ৰাঙ্কটো বৰ গধুৰ আছিল। দুয়ো কোনোমতে দাঙি তলি লৈ থকোবকো কৰি চাহাবৰ বঙলাৰ ফালে যাবলৈ ধৰিলে। বৰ্ম্মণ আগত ৺গোসাঁই পিচত। গোসাঁই অলপ ওখ। গতিকে

স্বাভাৱিকতে বৰ্ম্মণৰ ফালে ভৰ বেঁচি পৰিল। কেইখোজমান গৈ "উঃ নোৱাৰোঁ, নোৱাৰোঁ।" বুলি বৰ্ম্মণে আপত্তি কৰিবলৈ ধৰিলে। তেতিয়া গোসাঁয়ে বৰ্ম্মণৰ পিঠিত চাপৰ এটা মাৰি কৈছিল—"এইখিনি কষ্টকে সহিব নোৱাৰ যদি দেশৰ কাৰণে গুলি খাবি কেনেকৈ?" তেতিয়া অতি কষ্টে কোনোমতে বাকচটো গিৰিহঁতৰ ঘৰলৈ নিলে। এইদৰে যিখিনি পইচা গোটোৱা হৈছিল, সেই সকলো খিনি শেহত এজন বয়সীয়া ভদ্ৰলোকে নিজৰ দৰকাৰত ধাৰলৈ নি আৰু ঘূৰাই নিদিলে।

## স্বদেশীপ্ৰিয়তা

কুস্তীখেলা আৰু ব্যায়াম চৰ্চ্চা আদিও গোসাঁইদেৱে কৰিছিল। সেই সময়ত গছত উঠাত আৰু নদীত সাঁতোৰাত সবাতোকৈ পৈণত আছিল শ্ৰীযুক্ত বিষ্ণুৰাম মেধি। তেওঁ কেতিয়াবা কেতিয়াবা গোটেই গাতে পেঁক সানি লৈ ব্ৰহ্মপুত্ৰৰ দাঁতিত ৰ'দত বহি থাকিছিল। তাকে কৰাৰ উদ্দেশ্য আছিল নিজক কষ্টসহিষ্ণু কৰা। তেওঁলোকৰ কেইজনমান ল'ৰাই তেতিয়া আকৌ বিদেশী খেলা বুলি ফুটবল, ক্ৰিকেট আদি খেল নেখেলিছিল। তাৰ পৰিবৰ্ত্তে ধোপধৰা, নাও-খেলা, হাফোলা দিয়া, হাদু-দুদু প্ৰভৃতি খেলা খেলিছিল। গোসাঁইদেৱৰ পাকৈত আছিল বেছি নাও বোৱাত। তেওঁ কেতিয়াবা গুৰিয়াল হৈ ব্ৰহ্মপুত্ৰৰ মাজেদি নাও বাই লৈ গৈছিল।

## কলেজত

এণ্ট্ৰেন্স পৰীক্ষা হৈ যোৱাত ছাত্ৰাবাসৰ সকলো পৰীক্ষাৰ্থী ঘৰলৈ যাবলৈ ওলাল। বাকী ছাত্ৰবোৰে তেওঁলোকক বিদায় দিবলৈ

সভা-সমিতি পাতিলে; খোৱা-বোৱাৰ আয়োজন কৰিলে। আনন্দৰ মাজেদি এইবোৰ কাৰ্য্য হৈ গ'ল। দূৰৰ ল'ৰা বুলি নলবাৰীৰ ফালৰ ল'ৰা কেইজন আগেয়ে যাবলৈ ওলাল। তেওঁলোকে আনবিলাক সহপাঠীৰ পৰা বিদায় ললে। এই সময়তে এটা ঘটনা ঘটিল। গোসাঁইদেৱৰ এজন সহপাঠী আছিল ঠাকুৰীয়া। এওঁ গোসাঁইৰ লগত সদায় পঢ়াত প্ৰতিযোগিতা চলাইছিল; আৰু সদায় পৰাস্ত হৈছিল। সেই কাৰণে সদায় তেওঁ গোসাঁইক ঈৰ্ষাৰ চকুৰে চাইছিল। আন কি হোৱাই নোহোৱাই গোসাঁইৰ বিৰুদ্ধে সুবিধা পালেই কবলৈও এৰা নাছিল। গোসাঁয়ে সাধাৰণতে এইবোৰ কথালৈ কাণ নিদি আচল বিষয়ত অৰ্থাৎ নিজৰ পঢ়া-শুনাত ঠিক থাকিবলৈ যত্নপৰ হৈছিল। ঘৰলৈ আহিবলৈ ওলাই গোসাঁই সেইদিনা আন আন ল'ৰাৰ ওচৰলৈ যোৱাৰ দৰে ঠাকুৰীয়াৰ ওচৰলৈকো বিদায় লবলৈ গ'ল। ঠাকুৰীয়াৰ লগত আৰু কেবাজনো ল'ৰা আছিল। গোসাঁইক দেখিয়েই তেওঁ পোনেই পিঠি দিলে। গোসাঁয়ে কিন্তু মধুৰ ভাৱে বিদায় সম্ভাষণ জনালে। তাকে শুনি ঠাকুৰীয়া অতিষ্ঠ হৈ উঠিল আৰু গোসাঁইক নানা অকথ্য কথাৰে গালি পাৰিলে। অন্য লগৰীয়া-সকলে তেওঁৰ আচৰণ দেখি বৰ দুখ আৰু লাজ পালে। গোসাঁয়ে কিন্তু হাঁহি মুখে কলে— "মই মোৰ কৰ্ত্তব্য কৰিলোঁ। তুমি তোমাৰ কৰ্ত্তব্য নকৰি দুখ পালে মই কি কৰিম?" ইয়াকে কৈ তেওঁ ওলাই আহিল। লগৰীয়াবোৰে গোসাঁইৰ ধৈৰ্য্য আৰু শিষ্টাচাৰ দেখি আচৰিত মানিলে।

কামৰূপৰ প্ৰসিদ্ধ পণ্ডিত গৌৰীপুৰ ৰাজটোলৰ অধ্যাপক ৺তাৰা

নাথ গোস্বামীদেৱে "কামৰূপ জাতীয় উন্নতি সাধিনী" সভা স্থাপন কৰিছিল। ৺গোসাঁই, কালিৰাম বৰ্ম্মণ, গৌৰীকান্ত তালুকদাৰ প্ৰভৃতিয়ে বন্ধত আহিলে সেই সভাত উৎসাহেৰে যোগ দিছিল।

এবাৰ সেই সভাৰ বাৎসৰিক অধিবেশন নলবাৰী সত্ৰত হৈছিল। তাত ৰায় বাহাদুৰ ৺মাধৱ চন্দ্ৰ বৰদলৈ ডাঙৰীয়াই সভাপতিত্ব কৰাৰ কথা আছিল। সময়ৰ মূৰত বিশেষ কাৰণত তেওঁ আহিব নোৱাৰিম বুলি সম্বাদ দিয়াত ৺উত্তম চন্দ্ৰ বৰুৱাক বিচৰা হৈছিল। তেওঁকো নোপোৱাত ৺নাৰায়ণ দলৈক আকস্মিকতে সভাপতি কৰা হয়। দলৈ ডাঙৰীয়া বাস্তৱিকতে নলবাৰীলৈ ভাবি জোঁৱায়েকক দেখা কৰিবলৈহে আহিছিল। এই সভাত পৰীক্ষা দি অহা ছাত্ৰসকলে গাওঁ-সংগঠনৰ আঁচনি হাতত লৈছিল আৰু ঘৰত নীৰৱে বহি নাথাকি গাঁৱে-ভূঞে সভা-সমিতি পাতি সামাজিক চৈতন্য দানৰ চেষ্টা চলাইছিল। কিছুদিনৰ পাচত খবৰ আহিল ৺গোসাঁইদেৱ এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈছে। তেতিয়া ১৯০৪ চন। অকল উত্তীৰ্ণ হোৱাই নহয় তেওঁ প্ৰতিযোগিতামূলক বৃত্তি আৰু সোণ-ৰূপৰ তিনিটা মেডেলো পাইছে। এই খবৰ সদৰী হৈ পৰাত ওচৰ-চুবুৰীয়া সকলোৰে মনত আনন্দ হ'ল। ইয়াৰ কিছুদিনৰ পিচত তেওঁ গুৱাহাটীলৈ আহি কটন কলেজত নাম লগালে। অৰ্থৰ সম্বল হ'ল বৃত্তিৰ টকা কেইটা।

## বিবাহ বন্ধন

গোসাঁই-বামুণৰ ল'ৰাই সৰুতে বিয়া কৰোৱা তেতিয়াৰ সমাজৰ ৰীতি আছিল। সেই ৰীতি মতে গোসাঁইদেৱৰো বিয়া পাতিবলৈ

গোসাঁইদেৱক কিছুমানে পীড়াপীড়ি কৰিবলৈ ধৰিলে। কোনোৱে তেওঁৰ বিয়া পাতিবলৈ ইচ্ছা কৰা নাছিল। বৰং তেওঁৰ মাকে অনিচ্ছাহে প্ৰকাশ কৰিছিল। শ্ৰীযুত ছায়াৰাম কলিতা আৰু শ্ৰদ্ধা বাবুৱে বিয়া পাতিবলৈ বৰকৈ উদগাইছিল। তেওঁলোকতকৈয়ো ৺গোসাঁইদেৱৰ বিধৱা পেহীয়েক আৰু দলৈদেৱৰ সম্বন্ধীয় বৌয়েক ৺চন্দ্ৰকান্তি দেৱীয়ে ৺গোসাঁইদেৱৰ বিয়া পাতিবলৈ বৰকৈ পীড়াপীড়ি কৰিছিল।

নিজৰ শিক্ষক শ্ৰদ্ধাবাবুৰ আগ্ৰহ আৰু পূজনীয়া পেহীয়েকৰ অনুৰোধ এৰাব নোৱাৰি ৺গোসাঁই বিয়া কৰাবলৈ মান্তি হ'ল। ১৯০৪ চনত আঠঘৰীয়াৰ বিখ্যাত পঞ্চৰত্ন ভট্টচাৰ্য্যৰ ঘৰৰ জীয়াৰী শ্ৰীযুক্তা ভুবনেশ্বৰী দেৱীৰ লগত তেওঁৰ বিয়া হয়। তেওঁৰ শহুৰেক ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য সেই সময়ত হাজো দেৱালয়ৰ দলৈ আছিল। তেখেত এগৰাকী প্ৰতিপত্তিশালী আৰু সেই অঞ্চলৰ নামজাদা লোক আছিল।

১৯০৬ চনত ৺গোসাঁইদেৱে গুৱাহাটী কটন কলেজৰ পৰা এফ, এ পাচ কৰে। তাতো তেওঁ অসমীয়া পৰীক্ষাৰ্থী সকলৰ ভিতৰত উচ্চতম স্থান অধিকাৰ কৰি বৃত্তি আৰু পদক পায়। এফ, এ পৰীক্ষা দি উঠি তেওঁ যি অৱসৰ পাইছিল সেই সময়তে তেওঁ "পানিপথ" নামে এখনি উপন্যাস লিখে।

## কলিকতাত ছাত্ৰ

যথা সময়ত ৺গোসাঁইদেৱে বি, এ পঢ়িবৰ কাৰণে কলিকতালৈ যাত্ৰা কৰে। তাত তেওঁ তেতিয়াৰ, মেট্ৰোপলিটান, এতিয়াৰ বিদ্যাসাগৰ কলেজৰ বি, এ, শ্ৰেণীত নাম লগায়। তেওঁক ঘৰৰ পৰা



ছাত্র অবস্থাত ৺গোস্বামী ডাঙৰীয়া

যথেষ্ট টকা-কড়ি যোগাব নোৱাৰিছিল। বৃত্তিৰ ধন আৰু মনৰ উৎসাহ এয়ে আছিল তেওঁৰ পঢ়াৰ সম্বল। খোৱা-পিন্ধাৰ নানা কষ্টৰ মাজেদি তেওঁ ১৯০৮ চনত বি, এ, পাচ কৰে আৰু "ইউনিভাৰ্চিটি প্ৰাইজ" পায়। বি, এ ত তেওঁ দৰ্শন আৰু সংস্কৃতৰ অনাৰ্চ লৈ অধ্যয়ন কৰিছিল। দুখৰ বিষয় পৰীক্ষাৰ কিছুদিন আগৰ পৰাই তেওঁৰ স্বাস্থ্য বেয়া হয। ডাক্তৰে তেওঁক কঠোৰ মানসিক পৰিশ্ৰম কৰিবলৈ মানা কৰিলে। তেতিয়া তেওঁ নিৰুপায় হৈ সম্মান লাভৰ আশা এৰি দিয়ে।

বি. এ. পাচ কৰাৰ পাচত ৺গোসাঁইদেৱ ঘৰলৈ আহিল আৰু শান্তি বিয়া কৰালে। বি, এ ত অনাৰ্চ কোৰ্চৰ পৰীক্ষা দিব নোৱাৰি তেওঁৰ মন বৰ ক্ষুণ্ণ হৈছিল। গতিকে টকা-কড়িৰ বল নথকাতো তেওঁ এম, এ পঢ়িবলৈ মন বান্ধিলে। এই উদ্দেশ্যে তেওঁ কলিকতালৈ গ'ল। যাওঁতে তেওঁৰ হাতত সম্বল মাত্ৰ ৫০্ টকা। এই পঞ্চাচটা টকা তেওঁৰ দদায়েক অধ্যাপক বালা-বনগাওঁ নিবাসী ৺লক্ষ্মীকান্ত কবিৰত্নই ধাৰলৈ দিছিল। আৰু আন এজন লোকৰ আশ্বাস পাই তেওঁ কলিকতালৈ গৈছিল। শানেকুচি গাওঁৰ ৺অভয় ৰাম চৌধুৰীয়ে তেওঁক মাহে পঞ্চাশ টকাকৈ বিনা সুতত টকা ধাৰে দি থাকিবলৈ সন্মত হৈছিল আৰু চৌধুৰীদেৱে তেওঁৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি আছিল। এইদৰে কিছুদিন চলাৰ পিচত তেওঁ কলিকতাৰ "নগেন্দ্ৰ প্ৰিণ্টিং ৱাৰ্কচ"ত কাম এটা যোগাৰ কৰি লয় আৰু তাত কাম কৰি এম, এ পঢ়িবলৈ ধৰে। তেওঁ সংস্কৃতৰ এম, এ শাখাত নাম লগাইছিল।

ছপাখানাত কাম লৈ টকাৰ আৱশ্যক নাই বুলি চৌধুৰীদেৱক অনুৰোধ কৰাতহে তেওঁ টকা পঠাবলৈ এৰিছিল। ইমান আগ্ৰহ থকাতো কাৰ্য্যক্ষেত্ৰত গোসাঁইদেৱৰ শিক্ষা ইমানতে সাঙ্গ হ'ল। তেওঁ শেষত এম, এ পঢ়িবলৈ এৰিব লগাত পৰিল।

## কৰ্ম্মজীৱনত প্ৰৱেশ

সেই সময়ত পূৰ্ব্ব বঙ্গ আৰু অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ আছিল মিষ্টাৰ (পাচত চাৰ) চাৰ্প চাহাব। ৺গোসাঁইদেৱে বি, এ, পাচ কৰা খবৰ পোৱাৰ পাচতে এম, এ পঢ়িবৰ কাৰণে মাহে পঞ্চাশ টকাৰ চৰকাৰী বৃত্তি এটা দিবলৈ তেওঁক আবেদন জনায়। তেতিয়াৰ অসমৰ শিক্ষা বিভাগত বি, এ, পাচ কৰা মানুহ বৰ কম আছিল আৰু অসমীয়া মানুহ প্ৰায় নাছিলেই। চাৰ্প চাহাবে ৺গোসাঁইদেৱৰ বৃত্তিৰ আবেদন মঞ্জুৰ নকৰি তেওঁক শিক্ষা বিভাগত সুমাই লবলৈ মন কৰিলে আৰু সেইমতে মাহে পয়সত্তৰ টকা দৰমহা যাচি ডেপুটী ইন্‌স্পেক্টৰৰ কামত মকৰল কৰিলে। ৺গোসাঁইদেৱে চাৰ্প চাহাবৰ নিযুক্তি পত্ৰ পাই টেলিগ্ৰাম কৰি দদায়েকৰ মতামত বিচাৰিলে। দদায়েক শ্ৰীযুক্ত প্ৰতাপ চন্দ্ৰ দেৱ গোস্বামীয়ে প্ৰাৰম্ভিক দৰমহা এশ টকা দিলে পঢ়া এৰি চাকৰি কৰিবলৈকে কলে। সেই অনুসাৰে গোসাঁইদেৱে চাৰ্প চাহাবলৈ চিঠি দিলে। চিঠি পাই চাৰ্প চাহাবে গৱৰ্ণমেণ্টৰ মঞ্জুৰী লৈ মাহে এশ টকাকৈ দৰমহা দি ডেপুটী ইন্সপেক্টৰৰ কামত নিয়োগ কৰি নগাওঁত কিছুদিন কাম শিকিবলৈ নিৰ্দ্দেশ দিলে। তাৰ পাচত তেওঁক মঙ্গলদৈলৈ বদলি কৰি সেই মহকুমাৰ শিক্ষাৰ সম্পূৰ্ণ ভাৰ অৰ্পণ কৰিলে।

৺গোসাঁইদেৱৰ কৰ্ম্মময় জীৱন মঙ্গলদৈতে আৰম্ভ হয়। তেওঁ মঙ্গলদৈলৈ প্ৰথমে অকলে গৈছিল। তাত থকা মেলাৰ সুবিধা কৰি কিছুদিন পিচত পত্নীক নিবলৈ বুলি নলবাৰীলৈ আহে। এই কাৰ্য্যত তেওঁ এটা সমস্যাৰ সন্মুখীন হবলগীয়া হৈছিল। তেওঁৰ পত্নী শ্ৰীযুক্তা ভুবনেশ্বৰী দেৱী একেই ভট্টাচাৰ্য্যৰ জীয়াৰী তাতে আকৌ সত্ৰীয়া গোসাঁই পৰিয়ালৰ বোৱাৰী। গতিকে তেতিয়াৰ দিনত সামাজিক প্ৰথা ৰক্ষা কৰি বাহিৰ উলিয়াই নিয়াত বহুতো বাধা। ইফালে ৺গোসাঁই হ'ল সেই দিনৰ নব্য ধৰণৰ শিক্ষিত ডেকা। গতিকে গোসাঁয়ে যেতিয়া পত্নীক মঙ্গলদৈলৈ নিয়াৰ প্ৰস্তাৱ কৰিলে তেতিয়া ঘৰৰ-পৰৰ সকলো মানুহৰে এই প্ৰস্তাৱ ভাল নালাগিল। নানা জনে নানা কথা কৈ ৺গোসাঁইদেৱক এই কাৰ্য্যৰ পৰা বিৰত হবলৈ ক'লে। গতিকে তেওঁৰ সেই যাত্ৰাত পত্নীক মঙ্গলদৈলৈ নিয়া নহ'ল।

তাৰ কেইমাহমান পাচত এদিন খা-খবৰ নিদিয়াকৈ ৺গোসাঁই ঘৰত ওলালগৈ। উদ্দেশ্য পত্নীক কৰ্ম্মস্থলীলৈকে অনা। এই যাত্ৰা খা-খবৰ নোপোৱা কাৰণে ওচৰ-চুবুৰীয়া বা ইষ্ট-কুটুম্বই আহি মুখৰ কথাৰে প্ৰতিবন্ধক জন্মাবলৈ সুবিধা নাপালে। ৺গোসাঁয়ে কাৰো কোনো পৰামৰ্শ নোলোৱাকৈয়ে পত্নীক লগত লৈ মঙ্গলদৈলৈ আহিল।

ৰাইহাটা ষ্টেশ্যনত ৰেলৰ পৰা নামি ৺গোসাঁয়ে এখন গৰু গাড়ী ভাৰা কৰি ললে। ডুমুনিচৌকিৰ মাজেদি এতিয়াৰ নিচিনা-কৈয়ে তেতিয়াও সেই নৰ্থ ট্ৰাঙ্ক ৰোড আছিল। কিন্তু ৰাস্তাৰ অৱস্থাহে অতি শোচনীয় আছিল। গৰুৰ গাড়ীৰ বাহিৰে মটৰ, ঘোঁৰা গাড়ী

আদি যান বাহন তেতিয়া নাছিল। আলিৰ দুয়ো দাঁতি হাবি-বনে ভৰা। গোসাঁয়ে বাটৰ অৱসাদ দূৰ কৰিবৰ কাৰণে পত্নীক গল্প-আখ্যান আৰু ধেমেলীয়া কথা বাটে বাটে কৈ গৈছিল।

ঠায়ে ঠায়ে বাটত অনেক মানুহে জুম বান্ধি তেওঁলোকৰ খা-খবৰ কৰিছিল। কোনো কোনোজনে ভাত পানী খোৱাৰ ব্যৱস্থা কৰি দিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। ৺গোসাঁই-গোসাঁনী কিন্তু তেনে প্ৰস্তাৱত মান্তি হোৱা নাছিল। এজন মানুহে এটেকেলি গাখীৰ আৰু একাখি পকা মালভোগ কল আনি দিছিল। তাকে খাই সিবিলাকে প্ৰায় বাৰ ঘণ্টা গৰু-গাড়ীত গৈ মঙ্গলদৈ পালেগৈ।

মঙ্গলদৈতে ৺গোসাঁয়ে সকলোৰে বৰ প্ৰিয় পাত্ৰ হৈ উঠিছিল। তেওঁৰ হাঁহিমুখ আৰু সজ আচৰণত সকলো বৰ সন্তুষ্ট হৈছিল। অৱস্থাৰ হীন-ডেটীলৈ নাভাবি তেওঁ সৰু-ডাঙৰ সকলোৰে লগত সমানে ব্যৱহাৰ কৰিছিল।

## পত্নীৰ শিক্ষা

গোসাঁনীয়ে পিতাকৰ ঘৰত লিখা পঢ়া বা আন কোনো ঘৰুৱা কাম-বনো শিকা নাছিল। সেই সময়ত ভাল মানুহৰ ছোৱালীৰে স্কুলত পঢ়া একেবাৰে নিষিদ্ধ আছিল আৰু কাম-কাজ, কৰা-খুৱা গৌৰৱ হানিৰ হেতু বুলি ভাবিছিল। বিশেষকৈ ঘৰত চাকৰ চাকৰণী আৰু আন মানুহো থকাত কাম কৰাৰ প্ৰয়োজন হোৱা নাছিল। শহুৰেকৰ ঘৰত থকাতো সেই একেই অৱস্থা। গতিকে এতিয়া গোসাঁনীৰ কি লিখা-পঢ়া, কি ঘৰুৱা কাম-বন সকলো শিক্ষা ৺গোসাঁইদেৱৰ পৰাই পোৱা।

মঙ্গলদৈত ৺ গোসাঁয়ে প্ৰথম তিনিমাহমান গোসাঁনীক একাধ-পতীয়াকৈ পঢ়াবলৈ লয়। সেই সময়ৰ ভিতৰতে তেওঁ অসমীয়া লিখিব আৰু পঢ়িব পৰা হৈ উঠে। তেতিয়া তেওঁৰ কাৰণে ৺গোসাঁয়ে এটা কাপোৰ চিলাই কৰা কল আনি দিয়ে আৰু নিজেই কিতাপ পঢ়ি পঢ়ি চিলাই সম্বন্ধে প্ৰাৰম্ভিক কথাবোৰ গোসাঁনীক শিকায়। এইদৰে ৰন্ধা-বঢ়া, দিয়া-থোৱা সকলো শিক্ষাকে ৺গোসাঁইদেৱে পত্নীক শিকাই অলপ দিনৰ ভিতৰতে সকলো বিষয়তে পাকৈত গৃহিণীৰূপে, গঢ়ি তোলে।

মঙ্গলদৈত ৰাতি খোৱা সম্প্ৰদায় বুলি এটা সম্প্ৰদায় আছে। বহুতে এওঁলোকক বৰখেলীয়া মহন্তও বোলে। সেই সময়ত এই সম্প্ৰদায়টোৰ বিষয়ে অসমৰ খুব কম লোকেহে জানিছিল। এওঁলোকৰ কাম-ক্ৰিয়া বৰ গোপনে কৰা হয়। সম্প্ৰদায় ভুক্ত ভকত সকলৰ বাহিৰে আনে এইবোৰ কথাৰ গম নাপায়। ভকত কৰোঁতেও মানুহজনৰ স্বভাৱ-প্ৰকৃতি চাই-চিতিহে সম্প্ৰদায় ভুক্ত কৰা হয়। এই সম্প্ৰদায়টোৰ বিষয়ে সকলো কথা জানিবলৈ ৺গোসাঁইদেৱৰ আগ্ৰহ জন্মিল। তেওঁৰ বন্ধু-বান্ধৱৰ জৰীয়তে এই আশা পূৰা নোহোৱাত নিজে এই সম্প্ৰদায়ৰ লগত মিলিবলৈ ধৰিলে। সেই সময়ত তেওঁ ঘনাই ৰাতি খোৱা ভকতসকলৰ লগত সহযোগ কৰিবলৈ ধৰিলে। ৺গোসাঁইদেৱৰ কথা-বাৰ্ত্তা আৰু আচৰণ-ব্যৱহাৰে ভকতসকলক মুগ্ধ কৰিলে। ভকতসকলক তেওঁ ইমান আপোন কৰি ললে যে তেওঁলোকে সম্প্ৰদায়ৰ গুপুত ৰহস্যবোৰকো ৺গোসাঁইদেৱৰ আগত প্ৰকাশ কৰিবলৈ দ্বিধা-বোধ নকৰিলে। এইদৰে ৰাতি খোৱা সম্প্ৰ-

দায়ৰ সকলো তথ্য ৺গোঁসাইদেৱেই প্ৰথমে লোক-সমাজৰ গোচৰলৈ আনিলে। তাক প্ৰত্নতত্ত্ব অধ্যায়ত বহলাই কোৱা হব।

## দৰবাৰৰ সময়ত

১৯১১ চনত ভাৰতৰ সকলো ঠাইতে সম্ৰাট পঞ্চম জৰ্জ্জৰ সিংহাসন আৰোহণ উপলক্ষে দৰবাৰ উৎসৱ পালন কৰা হৈছিল। গোসাঁইদেৱে মঙ্গলদৈত সেই উৎসৱ পালনত আগভাগ লয়। এই উৎসৱৰ পৰিচালনাতেই ৺গোসাঁইদেৱৰ সংগঠন শক্তিৰ পৰিচয় সুন্দৰকৈ ফুটি উঠে। ডেপুটি ইনস্পেক্টৰ হৈ থাকোঁতে কেৱল স্কুল পৰিদৰ্শন আৰু স্কুলৰ শিক্ষা আদিলৈ লক্ষ্য কৰিয়েই গোসাঁইদেৱ বহি থকা নাছিল। শিক্ষকসকলৰ মাজত একতা স্থাপন আৰু শিক্ষক সকলে প্ৰতিমাহে একলগে হৈ তেওঁলোকৰ অভাৱ-অভিযোগ আৰু পৰস্পৰৰ ভাবৰ আদান-প্ৰদান কৰাৰ প্ৰয়োজনীয়তাও তেখেতে অনুভৱ কৰিছিল। মঙ্গলদৈত ডেপুটী ইনস্পেক্টৰ হৈ থাকোঁতে তেওঁ শিক্ষকসকলৰ সহযোগিতা আৰু মিলা-প্ৰীতি বঢ়াবৰ কাৰণে পোনপ্ৰথমে কেন্দ্ৰসভাবোৰ স্থাপন কৰে। এই সভাবোৰ এতিয়ালৈকে অসমৰ সকলো মহকুমাতে চলি আছে। সভা প্ৰতিমাহৰ ১লা তাৰিখৰ পৰা শেষ তাৰিখে বহে। শিক্ষকসকল গোট খোৱাৰ সুবিধাৰ কাৰণে কোনো এখন স্কুলক কেন্দ্ৰ কৰি এই কেন্দ্ৰবোৰ পাতিছিল। তাত মাহে এবাৰ শিক্ষকসকল গোট খাই শিক্ষা প্ৰণালীৰ আলোচনা কৰে। এজন শিক্ষকে আদৰ্শপাঠ দিয়ে, খেমেলীয়া গল্প-আবৃত্তি আদি লিখি নি পাঠ কৰে আৰু নিজৰ অভাৱ-অভিযোগ আলোচনা কৰে, লগতে সেই মাহৰ দৰমহাৰ বিল দিয়ে। এই সম্পৰ্কে ১৯০৯—১০ চনৰ শিক্ষা সংক্ৰান্ত

বিৰৱণীত মহকুমাধিপতি মিষ্টাৰ, আৰ, ফ্ৰিন্ড চাহাবে এইদৰে লিখিছিল :—

He (Sjt. Sarat Chandra Goswami) has taken a great interest in his work and has shown much activity and energy. He has recently started a system by which the Sub-Division is divided up into circles and the most deserving Pandit in the circle is given certain power over the remaining pandits in the matter of granting casual leave etc. The pandits of each circle also meet at regular intervals to discuss educational matters. The system has also been introduced of meeting the Gauburahs and Mauzadars responsible for the upkeep of the school buildings. This ought both to save money and rouse an interest in the villagers.

মঙ্গলদৈৰ অৱসৰ প্ৰাপ্ত হেড্ মাষ্টৰ শ্ৰীযুত ৰমণী কান্ত বৰুৱাদেৱে ৺গোসাঁইদেৱৰ কথা এইদৰে কয় :—

"গত ১৯১০ চনত যেতিয়া তেখেতে (৺গোসাঁইদেৱ) মঙ্গলদৈৰ ডেপুটী ইনস্পেক্টৰ হৈ আছিল, তেতিয়া মই তাৰ চৰকাৰী হাইস্কুলৰ হেড্ মাষ্টৰ আছিলোঁ। সেই চনৰ আগষ্ট মাহত মোৰ একমাত্ৰ সৰু ভাইটোৱে নিজে নিজে গুলী কৰি আত্মঘাতী হয়। ঘটনাটো মোৰ ছিপাখাৰৰ ঘৰত ঘটিছিল। মই মঙ্গলদৈত ঘটনাৰ খবৰ পোৱা মাত্ৰকে থানালৈ গৈ দুজন পুলিচ কৰ্ম্মচাৰী লগত লৈ ঘটনাস্থলীলৈ

আহিছিলোঁ। এই খবৰ পাই তেখেতে বাইচাইকেলেৰে মোৰ পাছে পাছে আহি আমাৰ ঘৰত ওলালহি। কাৰণ তেখেতৰ আশঙ্কা হৈছিল, কিবা জানি ময়ো এই আকস্মিক দুৰ্ঘটনাত মনৰ গতি ঠিক ৰাখিব নোৱাৰি নিজে নিজৰ অনিষ্ট কৰোঁ। বাস্তৱিকতে মই ঘৰৰ পৰা ঘূৰি মঙ্গলদৈ নোপোৱালৈকে তেখেতে মোৰ গা-ৰখীয়াৰ দৰে লগে লগে লাগি আছিল।" এনে বিশেষত্বৰ কাৰণেই গোসাঁইদেৱ সকলোৰে প্ৰিয়পাত্ৰ আছিল।

## ঢাকা ট্ৰেইনিং কলেজত

গোসাঁইদেৱ মঙ্গলদৈত থকা সময়ত তেওঁৰ পত্নী সন্তান-সম্ভৱা আছিল। সেইবাবে তেওঁ তেওঁক নি নলবাৰীৰ নিজ ঘৰত থৈ আহিছিল। এনে সময়তে ৺গোসাঁইদেৱ ঢাকাৰ বি, টি কলেজলৈ শিক্ষা লবলৈ যাবলগীয়া হয়। ঢাকাত থকা সময়তেই তেওঁৰ প্ৰথম সন্তান ৺প্ৰতিভাদেৱীৰ নলবাৰীত জন্ম হয়।

১৯১১ চনত ৺গোসাঁইদেৱে ঢাকাত বি, টি পৰীক্ষা পাচ কৰে। এই পৰীক্ষাত তেওঁ উত্তীৰ্ণ হোৱা ছাত্ৰসকলৰ ভিতৰত প্ৰথম হৈ প্ৰথম শ্ৰেণী পায়। বি, টি পৰীক্ষাত অসমীয়া পৰীক্ষাৰ্থীয়ে প্ৰথম শ্ৰেণীত প্ৰথম হোৱা এয়ে প্ৰথম। তাৰ বাবে তেওঁ বিশ্ববিদ্যালয়ৰ পদক আৰু পুৰস্কাৰ পায়।

অকল সেয়ে নহয়; বি, টি পঢ়ি থাকোঁতে তেওঁ শাৰীৰিক ব্যায়াম শিক্ষা দিয়াৰো ট্ৰেইনিং লৈছিল। কলেজৰ প্ৰদৰ্শনীত তেওঁ ব্যায়াম শিক্ষা দিও পদক লাভ কৰিছিল।

চাকৰ পৰা আহি কিছুদিন ডেপুটী ইন্‌স্পেক্টৰ পদত কাম কৰাৰ পাচত ৺গোসাঁইদেৱক স্কুল বিভাগৰ সহকাৰী ইন্‌স্পেক্টৰ পতা হয়। এনে উন্নতিত তেওঁৰ সমনীয়া আৰু সমকক্ষ কৰ্ম্মচাৰীসকলৰ অনেকৰ অসন্তোষ হৈছিল। কাৰণ একে কামত থকা অনেক লোকতকৈ তেওঁ তেতিয়া বয়সত সৰু আৰু চাকৰিৰ কাল নিচেই কম আছিল। কিন্তু কিছুদিনৰ পাচত সেই সকলেও তেওঁৰ কাৰ্য্যক্ষেত্ৰত উপযুক্ততা আৰু দক্ষতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল।

যোৰহাট তেওঁৰ প্ৰধান কৰ্ম্মস্থল। তাত উজনি অসমৰ হাইস্কুল বিলাকৰ ভিতৰত টুৰ্ণামেণ্ট খেলা হয়। ১৯১২।১৩ চনৰ টুৰ্ণামেণ্ট খেলা সংগঠন কৰি পৰিপাটিৰূপে চলোৱাত গোসাঁইদেৱৰ সংগঠন শক্তিয়ে কৰ্ত্তৃপক্ষৰ পূৰ্ণদৃষ্টি আকৰ্ষণ কৰে। তেতিয়া টুৰ্ণামেণ্ট খেলা ৫।৬ বছৰৰ মূৰত এবাৰকৈ হৈছিল আৰু তাৰ পৰিচালনাত নানা প্ৰকাৰ বিশৃঙ্খলা আৰু বেমেজালি ঘটিছিল। টুৰ্ণামেণ্টৰ সময়ত অনেক স্কুলৰ ল'ৰাৰ মাজত হাই-কাজিয়া মৰামৰিও হৈছিল। সেই কাৰণে ডাইৰেক্টৰ কানিংহাম চাহাবে হাইস্কুলৰ টুৰ্ণামেণ্ট খেলাখন যোৰহাটত পাতিবলৈ মন কৰি কিছুমান দায়িত্বপূৰ্ণ কৰ্ম্মচাৰীৰ মতামত লৈছিল। আগৰ দৰে কাজিয়া-পেঁচাল হব বুলি আশঙ্কা কৰি অনেকে নিৰাশজনক উত্তৰ দিছিল। গোসাঁই কিন্তু সদায় আশাবাদী আছিল। তেওঁ কলে যে, যত্ন লৈ পৰিচালনা কৰিলে যোৰহাটত টুৰ্ণামেণ্ট হব নোৱাৰাৰ কোনো কাৰণ নাই আৰু তাত বিশৃঙ্খলা ঘটাৰো আশঙ্কা নাই। দৰকাৰ হলে তেওঁ টুৰ্ণামেণ্ট পৰিচালনাৰ কাৰণে নিজে যথাসাধ্যে সহায় কৰিব বুলি ডাইৰেক্টৰ চাহাবক জনালে। তেতিয়া

ডাইৰেক্টৰ চাহাবে ৺গোসাঁইৰ ওপৰতেই পৰিচালনাৰ ভাৰ দি যোৰহাটত টুৰ্ণামেণ্ট খেলা পাতিবলৈ আদেশ দিলে। ঈশ্বৰৰ ইচ্ছাত আৰু ৺গোসাঁইদেৱৰ যত্নত অতি শৃঙ্খলাৰে আৰু নিৰ্ব্বিবাদে টুৰ্ণামেণ্ট খেলা হৈ গ'ল। তেতিয়া ৺গোসাঁইদেৱৰ সংগঠন শক্তি আৰু কাৰ্য্য-কুশলতাত সকলোৰে বিশ্বাস জন্মিল। তেওঁৰ এনে পটুতা আৰু কাৰ্য্যই তেওঁৰ নাম আৰু উজ্বল কৰি তুলিলে।

টুৰ্ণামেণ্ট খেলাৰ সময়ত কিন্তু এটা ৰহস্যজনক ঘটনা ঘটিছিল। ইন্‌স্পেক্টৰ স্মল চাহাবে কান্দুৰাম চকীদাৰক কাপবোৰ ঘঁহি-পিহি পৰিষ্কাৰ কৰাৰ ভাৰ দিছিল। অশিক্ষাৰ দোষত সি কাপবোৰ পৰিষ্কাৰ কৰিবলৈ গৈ তাৰ স্বাভাৱিক উজ্বলতাকো নষ্ট কৰিছিল। এই কথাত খং উঠি স্মল চাহাবে তাক এটা গোৰ মাৰে। সি লাজ, অপমান আৰু সমাজৰ ভয়ত মৰাৰ তুল্য হয়। চাহাবৰ গোৰ খোৱা বুলি সমাজে তাক এঘৰীয়া কৰে। এই বিপদত সি ৺গোসাঁইদেৱৰ আশ্ৰয় লয়। ৺গোসাঁইদেৱে স্মল চাহাবক কৈ চকীদাৰে গঞ্জাক খুওৱা আৰু নাম-কীৰ্ত্তন কৰি সমাজত লগ লাগিবৰ কাৰণে কৰা সকলো খৰচ তেওঁৰ পৰা আদায় কৰি দিয়ে। কৰ্ত্তৃপক্ষৰ লগত যেতিয়া অলপ কথাত কাৰো লগত মনোমালিন্য ঘটে ৺গোসাঁইদেৱে সাহেবে মাজত সোমাই উভয় পক্ষৰে কথা বজাই ৰাখিও মিটমাট কৰাই দিবৰ দৰে ক্ষমতা আৰু কৌশল উভয়ে আছিল।

## নৰ্ম্মাল স্কুলত

সেই সময়ত যোৰহাটৰ নৰ্ম্মাল স্কুলখন কৰ্ত্তৃপক্ষই ভালকৈ গঢ়ি তুলিবৰ মন কৰে। কিন্তু ভালকৈ গমি-পিতি চাই সকলোৱে দেখিলে

যে, উপযুক্ত চুপাৰিণ্টেণ্ডেণ্ট এজন নহলে সেই কাম আশানুৰূপ হৈ উঠা টান। তেওঁলোক সকলোৱে এই প্ৰসঙ্গত গোসাঁইৰ কথাকেই ভাবিলে; কিয়নো তেওঁ সম্প্ৰতি প্ৰথম শ্ৰেণীত প্ৰথম স্থান অধিকাৰ কৰি বি, টি পাচ কৰি আহিছে। তদুপৰি কাৰ্য্য-কুশলতাত তেওঁৰ ওপৰত সকলোৰে প্ৰতীতি জন্মিছে। ডেকা কালৰ ভৰপূৰ শক্তিও গাত আছে। এইবোৰ কথালৈ মন কৰি কৰ্ত্তৃপক্ষই ১৯১৫ ইংৰাজী চনৰ ২ জানুৱাৰীৰ পৰা তেওঁক যোৰহাট নৰ্ম্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট পদত নিযুক্ত কৰিলে।

নৰ্ম্মাল স্কুলৰ অধ্যক্ষৰ পদত তেওঁ বাৰ বছৰৰো অধিক কাল থাকে। অকল স্কুলত কাম কৰাই নহয়— এই পদত থাকি স্কুলখনক এটা বিশেষ গঢ় দিবলৈ তেওঁ দেহে কেহে যত্ন কৰিছিল। সেই কাৰণে আজিও এই অনুষ্ঠানটিক সকলোৱে ৺গোসাঁইদেৱৰ হাতে-গঢ়া বুলি স্বীকাৰ কৰে। যোৰহাটৰ বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াই কয়— "গোসাঁইদেৱৰ হাতৰ কামে কিদৰে শিপাব পাৰে, যোৰহাট নৰ্ম্মাল স্কুল আৰু অসম সাহিত্যসভাই তাৰ নিদৰ্শন। এই দুয়োটা অনুষ্ঠান কুমাৰৰ হাতৰ মাটিলডাই ধুনীয়া বাচনৰ গঢ় লোৱাৰ দৰে তেওঁৰ হাতত বিশেষ গঢ় লোৱা বস্তু। এই দুই অনুষ্ঠানত শৰৎচন্দ্ৰই যি পোহৰ চালিছিল, তাৰ উজ্জলতা আজি সমানে প্ৰকাশ পোৱা নাই যদিও, তাৰ আভা কোনো কালে লোপ পাব নোৱাৰে।"

নৰ্ম্মাল স্কুলত শিক্ষকসকলক শিক্ষাদানৰ বিষয়ে শিক্ষা দিয়া হয়। তাৰ শিক্ষা পোৱা শিক্ষক সকলৰ কৃতিত্ব আৰু কৰ্ম্ম-কুশলতাৰ ওপৰত প্ৰাথমিক শিক্ষাৰ সৌন্দৰ্য্য নিৰ্ভৰ কৰে। প্ৰাথমিক শিক্ষা

সুচিন্তিত প্ৰণালীবদ্ধ নহলে শিক্ষাৰ ভেটি দৃঢ় নহয় আৰু পাঠত বয়সৰ অপচয় ঘটে। গতিকে নৰ্ম্মাল স্কুলেই দেশৰ শিক্ষাৰ সুফলদানৰ বা সৌন্দৰ্য্যৰ কেন্দ্ৰস্থল। এনে দায়িত্বপূৰ্ণ অনুষ্ঠানৰ গুৰিয়াল-জন যে কৰ্ত্তব্য-পৰায়ণ, চিন্তাশীল আৰু সুবিবেচক হোৱা দৰকাৰ তাত কোনো সন্দেহ নাই। গভৰ্ণমেণ্টে এনে গুৰু দায়িত্বৰ কাৰণে মানুহ বাছি লৈছিল ৺শৰৎ গোসাঁইক। তেওঁৰ বয়স আছিল তেতিয়া মুঠে ২৭ বছৰ আৰু কাৰ্য্যকাল হৈছিল মুঠে ৫½ বছৰ। কিন্তু গোসাঁইদেৱে এই কাম যিভাৱে চলালে আন এজন বয়সীয়া আৰু অভিজ্ঞ কৰ্ম্মচাৰীৰ কাৰণে সেইটো সম্ভৱ হ'লহেতেন নে নাই, সন্দেহৰ কথা। তেওঁ এই অনুষ্ঠান সুচাৰুৰূপে পৰিচালনা কৰিয়েই ক্ষান্ত নাছিল, তাত তেওঁ ব্যক্তিত্বৰ এটা মচিব নোৱাৰা সাঁচ দি গ'ল।

আত্মনিৰ্ভৰশীলতা গোসাঁইদেৱৰ অন্যতম আদৰ্শ আছিল। নৰ্ম্মাল স্কুলখনো তেওঁ এই আদৰ্শতে গঢ়ি তুলিছিল। ইয়াক দূৰৰ পৰা শিক্ষকসকলৰ কাৰণে এখন লাহ-বিলাহৰ মনোৰম স্থান যেন দেখি যদিও প্ৰকৃততে সি তাৰ সম্পূৰ্ণ বিপৰীত আছিল। বৰঞ্চ ভিতৰত ই এখন স্বাৱলম্বী আশ্ৰমহে আছিল। ইয়াৰ শিক্ষাৰ্থী সকলে ব্ৰহ্ম-মুহূৰ্ত্ততে উঠি ব্যায়াম কৰিব লাগিছিল; নিজ নিজ জা-জলপান তৈয়াৰ কৰি খাব লাগিছিল, নিজে নিজে ভাত-পানী বন্ধা-বঢ়া কৰিব লাগিছিল, নিজে নিজৰ কাপোৰ-কানি সাজ-বাচন ধুব লাগিছিল, কুঠাৰ মাৰি খৰি ফালিব লাগিছিল, কোৰ মাৰি শাক-পাচলিৰ বাগান কৰিব লাগিছিল ইত্যাদি। গোসাঁইদেৱৰ ইচ্ছা আছিল যে, নৰ্ম্মাল স্কুলৰ ছাত্ৰসকলে এই অনুষ্ঠানৰ যোগেদি ভবিষ্যতৰ গাৰ্হস্থ্য জীৱনৰ যেন এটা স্পষ্ট আভাস পাব পাৰে।

নৰ্ম্মাল স্কুলৰ আদৰ্শবাণী আছিল "আত্ম বলম্ পৰম্ বলম্" । এই আদৰ্শকে নৰ্ম্মাল স্কুলৰ পৰা প্ৰকাশিত মুখপত্ৰ "প্ৰভাত" নামৰ আলোচনীত প্ৰচাৰ কৰা হৈছিল ।

## আলোচনী প্ৰকাশ

প্ৰভাত খন প্ৰথমে তিনিমহীয়া আলোচনী আছিল । অসমৰ স্কুলৰ পৰা ছপা হৈ ওলোৱা আলোচনী এই খনেই প্ৰথম । এই কাকত সম্বন্ধে গোসাঁইদেৱে ১৮৬০ শকৰ প্ৰথম সংখ্যা ( ২০ শ খণ্ড ) কাকতত এইদৰে লিখিছিল :—

(১)

সকলো প্ৰতিষ্ঠানৰে একোটা বুৰঞ্জী আছে । আমাৰ এই স্কুলৰো আছে । তাকে চমুকৈ কব বিচাৰিছোঁ ।

এই স্কুল স্থাপনৰ ৬০ বছৰ হ'ল । বৃটিছ অধিকাৰলৈ অহাৰ পৰা ১৮৭৪ খৃষ্টাব্দলৈ অসম দেশ বঙ্গ দেশৰ চামিল হৈ আছিল । গতিকে বঙ্গদেশৰ আমোলা-বিষয়া সকলেই অসম দেশো শাসন কৰিছিল । ১৮৬৬ খৃষ্টাব্দত অসমত তিনি খন নৰ্ম্মাল স্কুল হয় । সেই সময়ত অসম আৰু ৰাজসাহী বিভাগ এজন ইনস্পেক্টৰৰ তলত আছিল , আৰু চিভিল চাৰ্ভিচৰ জৰ্জ এডোৱাৰ্ড পোৰ্টাৰ নামেৰে এজন চাহাব এই পদত আছিল । এই বিভাগৰ নাম আছিল উত্তৰ-পূব বিভাগ । তেতিয়াৰ বঙ্গ আৰু অসম দেশৰ ডাইৰেক্তৰ চাহাবৰ নাম আছিল ডব্লিউ, এচ্. এট্‌কিন্‌ছন্ ।

শ্ৰীযুক্ত শৰৎ চন্দ্ৰ গোস্বামী ।
যোৰহাট নৰ্ম্মাল স্কুল ।

(২)

১৮৬৬-৬৭ খৃষ্টাব্দৰ শিক্ষা বিভাগৰ ৰিপোৰ্টত এই কথা পোৱা যায় :—

1st February, 1866.

"In May, 1866, under orders from the Govt. of India in the Financial Dept. No. 291 dated the 25th January, 1856, three Normal Schools were established in Assam at Gauhati, Tezpur and Sibsagar. The object of these schools is to improve the indigenous viilage school teachers in Assam. . . . . Each pupil and teacher receives a stipend of Rs. 4/- per mensem during his stay at the Normal School. Before admission he enters into an agreement for a term of years at some village school on a certain salary, while the villagers enter into another agreement to receive him as their "Gurumahasaya" and to send their children to his pathsala."

ইয়াৰ ভাৱ এই :—

ভাৰত গবৰ্ণমেণ্টৰ আদেশমতে ১৮৬৬ ইংৰাজী চনৰ মে মাহত গুৱাহাটী, তেজপুৰ আৰু শিৱসাগৰত তিনিখন নৰ্মাল স্কুল স্থাপন কৰা হয়। অসমৰ গাঁৱলীয়া স্কুলৰ শিক্ষক সকলৰ অৱস্থাৰ উন্নতি কৰা এই স্কুল কেইখনৰ উদ্দেশ্য। ........এই স্কুলৰ পঢ়া প্ৰত্যেক ছাত্ৰ-শিক্ষকে মাহিলি ৪৲ টকাকৈ বৃত্তি পায়। নৰ্ম্মাল স্কুলনৈ অহাৰ আগেয়ে এই ছাত্ৰ-শিক্ষকে কোনো এখন গাঁৱৰ মানুহৰ লগত এই বন্দবস্ত কৰি আহে যে, কোনো নিৰ্দ্ধাৰিত দৰমহা

লৈ কোনো নিৰ্দ্দিষ্ট সংখ্যক বছৰলৈ তেওঁ সেই গাঁৱত শিক্ষক হৈ থাকিব ; আৰু গাঁৱৰ মানুহেও তেওঁক লিখি দিয়ে যে, তেওঁলোকে তেওঁক তেওঁলোকৰ "গুৰু মহাশয়" কৰি লব ; আৰু তেওঁৰ স্কুললৈ ছাত্ৰ পঢ়াবলৈ পঠাব ।"

কি কাৰণত উল্লেখ নাই কিন্তু তেজপুৰৰ স্কুলখন স্থাপন হোৱাৰ অলপ দিনৰ পাচতে ১৮৬৮ ইং চনৰ আগভাগতে নগাওঁলৈ নিয়া হয় । তাৰ কেইবছৰমানৰ পাচত নগাৱঁৰ পৰা আনি ঘূৰি আকৌ তেজপুৰতে এই স্কুল পতা হয় ।

(৩)

১৯০১ খৃষ্টাব্দলৈ অসমৰ সমতল ভাগৰ কাৰণে এই তিনিখন নৰ্ম্মাল স্কুল থাকে । প্ৰথমতে তিনিও খনতে গুৰু শ্ৰেণী মাত্ৰ থাকে ; কিন্তু আৰম্ভণিৰে পৰা গুৱাহাটী স্কুলৰ ছাত্ৰ বেছি । খ্যাতনামা ভূদেৱ মুখোপধ্যায় ১৮৬৮ কি ১৮৬৭ খৃষ্টাব্দত অসম আৰু ৰাজসাহী বিভাগৰ স্কুলৰ ইনস্পেক্টৰ হয় ; আৰু তেখেতৰ পৰামৰ্শ মতে তেতিয়াৰ পৰা গুৱাহাটী স্কুল ডাঙৰ কৰি ইয়াত বেলেগ ত্ৰৈবাৰ্ষিক শ্ৰেণী খোলা হয় । তেজপুৰ আৰু শিৱসাগৰ স্কুলত গুৰু-বাৰ্ষিক শ্ৰেণীহে মাত্ৰ থাকে । তেতিয়াৰ পৰা গুৱাহাটী ( আৰু তাৰ পাচত যোৰহাট ) নৰ্মাল স্কুলৰ লগত গুৰু-বাষিক শ্ৰেণী সদায় লগ লাগি আছে ।

১৯০১ ইংৰাজী চনত শিৱসাগৰ আৰু তেজপুৰৰ স্কুল দুখন চৰকাৰে তুলি দিয়ে । সেই সময়ত ফুলাৰ চাহাব ( Sir Bamplylde Fuller ) অসমৰ চীফ কমিচনাৰ । এওঁৰ দিনত শিক্ষা বিভাগৰ

বছৰতো পৰিবৰ্ত্তন হয়। বোধকৰোঁ শিক্ষকৰ ট্ৰেইনিং একেখন স্কুলতে দিয়াৰ মনেৰে এই কাম কৰা হৈছিল।

গুৱাহাটী স্কুলৰ ত্ৰৈবাৰ্ষিক বিভাগত বঙলা পঢ়োৱা হৈছিল। চীফ কমিচনাৰ ফুলাৰ চাহাব আৰু ডাইৰেক্টৰ চাৰ্প (Sir Henry sharp) চাহাবৰ দিহামতে ১৯০৫ ইং চনৰ পৰা অসমীয়া ভাষা চলোৱা হ'ল; আৰু এই বছৰতে তিনি বছৰৰ পাঠ্য কমাই আনি দুবছৰীয়া কৰা হ'ল।

(৪)

গুৱাহাটীৰ স্কুলখন প্ৰথমতে পান বজাৰৰ খেৰী বঙলা ঘৰ এটাত ৰহিছিল। এই ঘৰ বৰ্ত্তমান গুৱাহাটীৰ হাস্পতালৰ পূব ফালে জনাৰ্দ্দন দেৱালয়ৰ মাটিত আছিল। স্কুলঘৰৰ সমুখৰ আলিটোৰ পশ্চিম দাঁতিত হাস্পতালৰ গাত লগাকৈ নৰ্ম্মাল স্কুলৰ বোৰ্ডিং আছিল। বোৰ্ডিঙৰ ঠাই এতিয়া ডাক্তৰখানাৰ ভিতৰত হৈছে; আৰু স্কুল থকা ঠাইত ৺শ্ৰদ্ধাচৰণ চৌধুৰী, কলেজিয়েট স্কুলৰ শিক্ষক মহাশয়ে ঘৰ বান্ধিছে। তেওঁ এই গুৱাহাটী স্কুলৰ এজন কৃতী ছাত্ৰ।

এই খেৰী ঘৰত প্ৰায় ১২।১৫ বছৰ স্কুল বহে। তাৰ পাচত বৰ্ত্তমান গুৱাহাটী কলেজিয়েট স্কুলৰ যি ঘৰ আছে, তাৰে পশ্চিম অংশ (Western wing) নৰ্ম্মাল স্কুল কৰি বন্ধা হয়; আৰু ১৯০৬ চনলৈ এই ঘৰতে এই স্কুল থাকে। এতিয়াৰ কলেজিয়েট স্কুলৰ পুবফালৰ ডাঙৰ ঘৰ আৰু পশ্চিমফালৰ ডাঙৰ ঘৰ লগ লগাই আৰু এটা পুৱা-পশ্চিমা দীঘল ঘৰ আছে। নৰ্মাল স্কুল পশ্চিমৰ



সহধৰ্ম্মিণী শ্ৰীমতী ভুবনেশ্বৰী দেৱীৰে  সৈতে ৺গোস্বামী ডাঙৰীয়া

কালৰ ঘৰলৈ অহাৰ লগে লগে ইয়াতে চৰকাৰী মজলীয়া স্কুল এখন স্থাপিত হয়। এই স্কুলেই নৰ্ম্মাল স্কুলৰ প্ৰেক্টিচিং স্কুল আছিল। এই মজলীয়া স্কুল এতিয়া বেলৰ ষ্টেচনৰ ওচৰৰ খেৰী ঘৰ এটাত বহে।

নৰ্মাল স্কুলত অসমীয়া ভাষা চলোৱাৰ সময়তে তাৰ কোৰ্চ দুবছৰীয়া কৰা হ'ল, আৰু লগতে গুৱাহাটীৰ পৰা আনি ১৯০৬ ইংৰাজী চনৰ অক্টোবৰ মাহত এই স্কুল যোৰহাটত পতা হ'ল। ফুলাৰ চাহাবে যোৰহাট নগৰখন নতুনকৈ পাতিবৰ মন কৰিছিল। সেই কাৰণে ইযাত আৱশ্যকীয় স্কুল অফিচ আদি নতুনকৈ পাতিছিল।

পূৰ্বে অসমৰ ডাইৰেক্টৰ চাহাবৰ বাহিৰে ইনস্পেক্টৰ নাছিল। ১৯০৫ চনত অসমত ইনস্পেক্টৰ হয়। তেওঁৰো অফিচ যোৰহাটতে পতা হ'ল। বৰপুখুৰীৰ পশ্চিম পাৰে যিটি সৰু খেৰী চাং-বঙলা আছে, সেইটি ইনস্পেক্টৰৰ বঙলা আছিল, আৰু তাৰ ওচৰতে সৰু খেৰী ঘৰ এটাত অফিচ আছিল। যোৰহাটলৈ নৰ্মাল স্কুল অনাৰ লগতে, সুৰমা উপত্যকাৰ কাৰণেও শিলচৰত নতুনকৈ এখন নৰ্ম্মাল স্কুল পতা হ'ল।

(৫)

সেই সময়ত চৰকাৰী ঘৰ-দুৱাৰ বিলাক আজি-কালিৰ দৰে ইমান ধুনীয়া নাছিল। কিন্তু ফুলাৰ চাহাব আৰু চাৰ্প চাহাবে যোৰহাট আৰু শিলচৰ নৰ্মাল স্কুল দুখন বৰ ধুনীয়াকৈ সজালে। তেতিয়া কটন কলেজ স্থাপিত হোৱাৰ পাঁচ বছৰ হৈছে। কিন্তু সেই সময়ৰ কটন কলেজৰ ঘৰতকৈ সৰু হলেও দেখাত আৰু গুৱনি হিচাপে নৰ্ম্মাল স্কুলৰ ঘৰ ওপৰ শ্ৰেণীৰ আছিল। এতিয়াও

এই দুটি ঘৰ বৰ সুন্দৰ। ইয়াৰ বাৰাণ্ডাৰ কাঠৰ খুটাবোৰত ধুনীয়াকৈ কটা ফুল কিছুমান আছে। তেনে ফুল অসমৰ আন কোনো ঘৰতে দেখিবলৈ পোৱা বুলি মনত নপৰে।

স্কুলৰ হোষ্টেল যি বান্ধা হ'ল, তেতিয়াৰ দিনত অসমত তাতকৈ ভাল হোষ্টেল কতো নাছিল। নতুন ঘৰলৈ আহি নৰ্মাল স্কুল চকুত লগা হৈ উঠিল। কিন্তু নানা প্ৰকাৰ কাৰণত যোৰহাটৰ স্কুলৰ পৰা যিমান সুফল আশা কৰা হৈছিল, তিমান পোৱা নহ'ল। ইফালে চুপাৰিণ্টেণ্ডেণ্ট ৰায় বাহাদুৰ অঘোৰ নাথ অধিকাৰীৰ কাৰ্য্যদক্ষতাৰ গুণত শিলচৰ স্কুলৰ ঘৰ-দুৱাৰ, বস্তু-বাহানি নানা প্ৰকাৰে উন্নত হবলৈ ধৰিলে।

অৱশেষত ১৯১৫ চনৰ পৰা ক্ৰমে ক্ৰমে নানা প্ৰকাৰ বাধা অতিক্ৰম কৰি আৰু মহাসমৰৰ কাৰণে গবৰ্ণমেণ্টে ব্যয় সঙ্কোচ কৰাতো যোৰহাট স্কুলৰ ঘৰ, বোৰ্ডিং আদি বঢ়াব পৰা হ'ল। আৰু ইয়াৰ লগত তিনিখন প্ৰেক্টিচিং স্কুল স্থাপন কৰা হ'ল। ১ নং স্কুলখন ১৯১৯ চনৰ জুলাই মাহত খোলা হয় আৰু ২নং আৰু ৩ নং স্কুল দুখন ১৯২০ চনৰ জানুৱাৰী মাহৰ পৰা আৰম্ভ হয়।

সম্প্ৰতি প্ৰায় ৪৩,০০০ টকাৰে স্কুলৰ বোৰ্ডিং বঢ়োৱা আদি প্ৰস্তাৱ গবৰ্ণমেণ্টে মঞ্জুৰ কৰিছে।

(৬)

যোৰহাটলৈ স্কুল অহাৰ লগতে নৰ্ম্মাল কোৰ্চ দুবছৰীয়া হয়। কিন্তু সেই কোৰ্চৰ পৰা শিক্ষকসকলৰ বিশেষ লাভ হোৱা নেদেখি তেতিয়াৰ ডাইৰেক্তৰ কানিংহাম চাহাবে ১৯১৪ চনৰ পৰা আকৌ তিনি

বছৰীয়া কোৰ্চ প্ৰবৰ্ত্তন কৰে। নতুন তৃতীয় বাৰ্ষিকৰ প্ৰথম পৰীক্ষা ১৯১৬ ইং চনৰ ডিচেম্বৰ মাহত পতা হয়।

নৰ্মাল কোৰ্চ দুবছৰীয়া হোৱাৰ লগতে গুৰু বাৰ্ষিকৰ কোৰ্চো এবছৰীয়া গুচাই ছমহীয়া কৰা হৈছিল। তেতিয়া জানুৱাৰী আৰু জুলাই মাহত ৬০ জনকৈ গুৰু আহি ট্ৰেইনিং পঢ়িছিল। এই অৱস্থাৰ পৰাও ভাল ফল পোৱা নগ'লত ১৯১৪ ইং চনৰ পৰা গুৰু বাৰ্ষিকৰ কোৰ্চো এবছৰীয়া কৰা হ'ল।

## নৰ্ম্মাল স্কুলৰ গঢ়

গোসাঁই নৰ্ম্মাল স্কুললৈ অহাৰ পৰা স্কুলখন ডাঙৰ হ'ল। আগৰ ঘৰ-বাৰীয়ে নোজোৰা হ'ল। ইপিনে পাঠ্য পুস্তকৰ বৰ অভাৱ। নৰ্ম্মাল স্কুলত পঢ়াবলৈ ছপা অসমীয়া কিতাপ নাই। গতিকে ঘৰ সজোৱাৰে পৰা পাঠ্য পুস্তক যুগুত কৰালৈকে সকলো ভাৰ তেওঁৰ ওপৰত পৰিল। এইবোৰ কামত প্ৰথম ছবছৰ তেওঁৰ ইমান খাটনি হৈছিল যে, তেওঁ দিনে ৰাতি আন কথা ভাবিবলৈ অৱসৰ পোৱা নাছিল। এই ছবছৰৰ কঠোৰ পৰিশ্ৰমৰ ফলতহে তেওঁ স্কুল ঘৰ আৰু তাৰ সঁজুলি, পাঠ্যৰ ক্ৰম আৰু পাঠ্য নিৰ্ব্বাচন, শিক্ষা-বিধি, মনোবিজ্ঞান, সাহিত্য, ভূগোল আৰু বুৰঞ্জীৰ টোকা ঠিকঠাক কৰি লব পাৰিছিল।

তদুপৰি স্কুলত পঢ়ালেই শিক্ষকৰ কৰ্ত্তব্যৰ ওৰ নপৰে। স্কুলৰ পঢ়া শুনাতো ভাল হবই লাগে, তাৰ স্বাস্থ্য আৰু কৰ্ম্মশক্তি (Tone and spirit) উন্নত হব লাগে—এয়েই আছিল তেওঁৰ প্ৰধান লক্ষ্য এই উদ্দেশ্যে তেওঁৰ কাৰ্য্য প্ৰণালীয়ে নৰ্ম্মাল স্কুল খনৰ প্ৰতি

নগৰবাসীৰ এটা বিশেষ মৰম আৰু তাৰ ছাত্ৰসকলৰ প্ৰতি শ্ৰদ্ধাৰ ভাব পৰিস্ফুট কৰি তুলিছিল। গোসাঁইদেৱে নৰ্ম্মাল স্কুলৰ ছাত্ৰ-সকলক অকল স্কুলৰ শিক্ষা দিয়েই ক্ষান্ত থকা নাছিল; তেওঁ-লোক যাতে ভবিষ্যতে উপযুক্ত শিক্ষক আৰু সমাজ আৰু দেশৰ কামত আগবঢ়ুৱা হৈ গাঁওত মূল জিলিকাই থাকিব পাৰে, তাৰ বাবে অহো পুৰুষাৰ্থ কৰিছিল। নৰ্ম্মাল স্কুলৰ ল'ৰাবোৰৰ মতি যাতে আধুনিক লাহ-বিলাহৰ ফালে নগৈ স্বাৱলম্বনৰ ফালে ঢাল খায়, তাৰ বাবে সদায় চোকা দৃষ্টি ৰাখিছিল। তেওঁলোক যাতে নিয়মানুবৰ্ত্তী আৰু কৰ্ত্তব্যপৰায়ণ হব পাৰে, তাৰ বাবে নানা প্ৰকাৰৰ যত্ন লৈছিল। গোসাঁইৰ দিনৰ নৰ্ম্মাল স্কুলৰ ছাত্ৰই ছাত্ৰাবাসত কোনো ল'ৰাৰ অসুখ-বিসুখ হলে পালপাতি শুশ্ৰূষাতো কৰিছিলেই, নগৰৰ কোনো লোকৰ ঘৰত টান নৰিয়া হলে তালৈকো গৈ ৰোগীৰ সেৱা-শুশ্ৰূষা কৰিছিল। নৰ্ম্মাল স্কুলৰ ছাত্ৰৰ সেৱাৰ ভাব সেই সময়ত ইমান প্ৰবল হৈ উঠিছিল যে, স্কুলৰ পৰা দুই তিনি মাইল দূৰৰ সৰ্ব্বাইবন্ধা, বৰভেটা প্ৰভৃতি ঠাইতো ৰোগীৰ সেৱা-শুশ্ৰূষা কৰি জাৰৰ দিনৰ দীঘল ৰাতি আনন্দেৰে কটাইছিল। কোনো নিৰাশ্ৰয় লোকৰ শৱ-সৎকাৰ কৰিবলৈ হলে নগৰবাসীয়ে নৰ্ম্মাল স্কুলৰ ছাত্ৰৰ সহায় বিচাৰিছিল আৰু ছাত্ৰসকলেও ৰংমনে সংকীৰ্ত্তন কৰি শ্মশানলৈ শৱ বহন কৰি দাহ-কাৰ্য্য সমাপন কৰিছিল। আশ্ৰয়হীন লোকক হাস্পতালত ৰখাই নৰ্ম্মাল স্কুলৰ ল'ৰাই পাল পাতি পৰ দিছিল। নগৰৰ কোনো লোকে বিয়া-সবাহত সহায় বিচাৰিলে নৰ্ম্মাল স্কুলৰ ল'ৰাই সহায় কৰিছিল। নগৰলৈ কোনো গণ্যমান্য ব্যক্তি বা

কোনোৰ আগমনোপলক্ষে মিটিং বা তোৰণ সজাবলৈ হলে নৰ্ম্মাল স্কুলৰ ছাত্ৰইহে কৰিছিল। ছাত্ৰসকলৰ এইবোৰ উচ্চ আদৰ্শ আৰু সেৱাৰ ভাৱ গোসাঁইদেৱৰ শিক্ষাৰ প্ৰভাৱত হৈছিল।

নৰ্ম্মাল স্কুলৰ ছাত্ৰবোৰৰ কাৰ্য্য-প্ৰণালী যেন আমাৰ গাঁৱলীয়া সমাজৰ ৰীতি-নীতিৰ পৰা আঁতৰি নাযায়, তাৰ বাবে তেওঁ সদায় সজাগ দৃষ্টি ৰাখিছিল। তাৰ এটা মাত্ৰ উদাহৰণ ইয়াত দিওঁ— নৰ্ম্মাল স্কুলত বছৰি ডাঙৰকৈ সৰস্বতী পূজা হয়। দুপৰীয়া নৰ্ম্মাল স্কুলৰ সৰস্বতী পূজাত নগৰৰ প্ৰায় হেজাৰ বাৰশ ল'ৰাই ভোজন কৰে। এইবোৰ ল'ৰাৰ বেছি ভাগেই আন স্কুলৰ ল'ৰা আৰু বহুতো স্কুলত নপঢ়া ল'ৰা। এইবাৰ ভাওনা চাবলৈ নৰ্ম্মাল স্কুলৰ চোতালত নগৰৰ মানুহ উবুৰি খাই পৰিছিল। অনেক ভাল ভাল মানুহে ল'ৰা তিৰোতাৰে সৈতে নৰ্ম্মাল স্কুলৰ ভাওনা চাই গোটেই ৰাতি উজাগৰে কটাইছিল আৰু সকলোৱে নৰ্ম্মাল স্কুলৰ ল'ৰাৰ দিহা-পোহা আৰু ভাওনা কৰাত নতুন ঠাচৰ কৃতিত্বৰ শতমুখে প্ৰশংসা কৰিছিল।

সেই সময়ত বাহিৰৰ কোনো বক্তাই ৰাজহুৱাকৈ বক্তৃতা দিলে নৰ্ম্মাল স্কুলৰ হলত সভা হৈছিল। সাহিত্যিক সকলে নৰ্ম্মাল স্কুলৰ হলত গোট খাই সাহিত্য চৰ্চ্চা কৰিছিল। গভৰ্ণৰ বা কোনো উচ্চ ৰাজ-কৰ্ম্মচাৰীক আদৰিবলৈ চাহ-মেল পাতিলে নৰ্ম্মাল স্কুলৰ প্ৰাঙ্গণত হৈছিল। মুঠতে কব লাগিলে শৰৎ গোসাঁইৰ নৰ্ম্মাল স্কুল যেন যোৰহাট নগৰৰ সকলো কাৰ্য্যৰে প্ৰাণকেন্দ্ৰ আছিল।

এফালে নৰ্ম্মাল স্কুল নতুনকৈ গঠন কৰাৰ ভাৰ গোসাঁইৰ ওপৰত

পাৰিল ; আনফালে তেওঁৰ পৰিবাৰ বাত বেমাৰত শয্যাশায়ী হ'ল। তিনি চাৰি বছৰ ব্যাপী অশেষ চিকিৎসাৰ পাচতো তেওঁৰ ৰোগ সম্পূৰ্ণ আৰোগ্য নহ'ল। ভগবানে তেওঁক কোঙা কৰিহে এৰি গ'ল। ঘৰত ৰুগীয়া পত্নীৰ শুশ্ৰূষা, বাহিৰত অসংখ্য কামৰ ভিৰ কিন্তু ইমানতো তেওঁ ধৈৰ্য্য ধৰি সকলো কাম নিয়াৰিকৈ কৰিব পাৰিছিল। ঘৰুৱা অশান্তিৰ কাৰণে এদিনলৈকো আন কি স্কুলইল পলমকৈ অহা বা স্কুলৰ কামৰ সামান্য ত্ৰুটী কৰা বুলি তেওঁৰ কোনো শত্ৰুৱেও কব নোৱাৰে।

তাতোকৈ ডাঙৰ কথা তেওঁৰ মনৰ প্ৰফুল্লতা। ঘৰুৱা অশান্তি বা কামৰ হেঁচাৰ কাৰণে তেওঁ এদিনলৈকো বিৰক্তি বোধ কৰা কেঁৱে শুনা নাই। তেওঁৰ কথা-বতৰা আৰু মুখৰ প্ৰফুল্লতালৈ চাই আনে নকলে এদিনীয়া মানুহে কব নোৱাৰে যে, তেওঁৰ পৰিবাৰ দীৰ্ঘকাল শয্যাশায়ী। তেওঁ যে এনে অশান্তিৰ মাজতো কঠোৰ কৰ্ত্তব্যৰ পৰীক্ষাত উত্তীৰ্ণ হ'ল সেইটোৱেই তেওঁৰ আছিল ব্যক্তিত্ব।

৺গোসাঁইৰ দ্বিতীয় সন্তান প্ৰথম আৰু শেষ পুত্ৰৰ নাম আছিল প্ৰভাত। সন্নিপাত জ্বৰত পৰি শিশু কালতেই প্ৰভাতে ইহধাম এৰে। গোসাঁই-গোসাঁনীয়ে এই নিদাৰুণ পুত্ৰশোক বহুদিনলৈ পাহৰিব পৰা নাছিল। নৰ্ম্মাল স্কুলৰ ছাত্ৰসকলে সেইবাবেই গোসাঁইৰ অনুমতি ক্ৰমে তেওঁলোকৰ স্কুলৰ মুখ-পত্ৰ খনৰ নাম ৰাখিছিল "প্ৰভাত"। "প্ৰভাত" কাকতৰ প্ৰতি এই বাবেও গোসাঁইদেৱৰ এটি বিশেষ আসক্তি আছিল।

## অসম সাহিত্য সভা স্থাপন

গোসাঁইদেৱে চৰকাৰৰ কাম লৈ যোৰহাটত থাকোঁতেই তেখেতৰ চিৰ অভিপ্সিত "সাহিত্য সভা" স্থাপন কৰে। যাই কথা আছিল যে এনে এটা অনুষ্ঠান নহলে অসমীয়া সাহিত্যৰ সৌষ্ঠৱ বঢ়াব নোৱাৰি। তেখেতে স্থানীয় মুখীয়াল লোকসকলৰ ইয়াৰ প্ৰতি ধাউতি ওপজালে। বিশেষকৈ এই কথাত সততে সহায় কৰিছিল শ্ৰীযুত কুলধৰ চলিহাদেৱে। ১৯১৪-১৫ চনত সিবিলাকে পোনতে যোৰহাটতে "যোৰহাট সাহিত্য সভা" নাম দি এটি অনুষ্ঠান গঢ়ে। তাৰ পিচত ১৯১৭ চনত শিৱসাগৰত সদৌ-অসমৰ সাহিত্যানুৰাগী লোকসকলক নিমন্ত্ৰণ কৰি ৺পদ্মনাথ গোহাঁঞি বৰুৱাৰ সভাপতিত্বত পোন প্ৰথমে অসম সাহিত্য সভা স্থাপন কৰে আৰু সম্পাদকৰ ভাৰ গোসাঁইদেৱৰ ওপৰতে পৰে। তেখেতৰ পৰিচালনাত ক্ৰমে এই সভাই কেনেকৈ ঠন ধৰি বাঢ়ি আহিল আৰু ঘৰে-মাটিয়ে সহিতে স্থায়ী অনুষ্ঠানৰ ৰূপ ললে তাৰ প্ৰয়োজনীয় আভাস "গোসাঁইদেৱৰ কৃতিত্ব" শীৰ্ষক অধ্যায়ত সন্নিৱেশ কৰা হৈছে।

## বহু শ্ৰেণীৰ শিক্ষা-প্ৰণালী

প্ৰেক্‌টিচিং স্কুল কেইখনৰ শিক্ষা প্ৰণালীৰ টোকা আৰু তাত প্ৰয়োগ কৰা ডেল্টন প্ৰণালীৰ এচাইন্‌মেণ্টবোৰ গোটাই গোসাঁইদেৱে এখন "বহু শ্ৰেণীৰ শিক্ষা প্ৰণালী" নামৰ কিতাপ যুগুত কৰে। এই কিতাপ প্ৰকাশ কৰিবলৈ গৱৰ্ণমেণ্টে পাঁচ শ টকা দিছিল। আজিকালি অসমৰ বহুতো প্ৰাইমাৰী স্কুলতে "বহু শ্ৰেণীৰ শিক্ষা প্ৰণালী" মতে কাম হব ধৰিছে।

গোসাঁইদেৱে তাৰ পাতনিত এইদৰে লিখিছে :—

নৰ্ম্মাল প্ৰেক্‌টিচিং স্কুলবোৰত এই প্ৰণালীৰে কাম কৰি কৃতকাৰ্য্য হোৱা গৈছে। মোৰ গৌৰৱৰ কাৰণে নহয়, নৰ্ম্মাল আৰু প্ৰেক্‌টিচিং স্কুলৰ শিক্ষক সকলৰ সন্তোষৰ অৰ্থে আৰু নতুনকৈ এই ক্ৰমত কাম কৰিব খোজা শিক্ষক সকলৰ উৎসাহৰ অৰ্থে তলত কেইজনমান ডাঙৰ বিষয়াৰ মন্তব্য তুলি দিলোঁ।

গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়াৰ এডুকেচন কমিচনাৰ মিষ্টাৰ (পাচত চাৰ) লিট্‌ল চাহাবে এই স্কুল চাই লিখিছে :—

It is one of the best organised training schools, that I have visited . . . . . I was also impressed by the comprehensive nature of the provision made for practice . . . . . The school is a great asset to education in Assam.

তেতিয়াৰ ডাইৰেক্টৰ মিষ্টাৰ কানিংহাম চাহাবে মন্তব্য কৰিছে :—

On the present occasion I was particularly interested in the attempt to solve or to help in solving the plural class difficulty by means of an adaption of the Dalton Plan. So far I can see, the experiment is proving a very great success.

তেতিয়াৰ ইনস্পেক্টৰ মিষ্টাৰ স্মল চাহাবে মন্তব্য কৰিছিল :—

The modified Dalton work being done here is most successful . . . . . If similar method can be introduced throughout the Division, the work of our village school teachers will be very considerably simplified.

অসমৰ গভৰ্ণৰ চাৰ জন কাৰ চাহাবে ১৯২৪ চনত এই স্কুল চাই মন্তব্য কৰিছিল :—

The experiment with Dalton Plan in the practising schools is very interesting and may have important results.

## নতুন শিক্ষা-প্ৰণালী প্ৰবৰ্ত্তন

প্ৰেক্টিচিং স্কুলত ছাত্ৰৰ বয়সৰ অপচয় গোসাঁইৰ দিনত হব নোৱাৰিছিল। সেই কেইখন স্কুলৰ ছাত্ৰৰ হাতৰ কাম আৰু "মিউজিক ড্ৰিল" দেখি বাহিৰৰ মানুহ আৰু পৰিদৰ্শক সকলে প্ৰশংসা কৰিছিল। সেই কাৰণে ভৰ্ত্তিৰ সময়ত অনেক অভিভাৱক নিৰাশ হব লাগিছিল। ল'ৰাবোৰক এনে ভাবে ট্ৰেইনিং দিয়া হৈছিল যে, শিক্ষক উপস্থিত নাথাকিলেও ছাত্ৰবোৰে নিয়মানুবৰ্ত্তিতাৰে নিজৰ নিজৰ কাম কৰি যায়।

নৰ্ম্মাল স্কুলৰ ছাত্ৰ-শিক্ষক সকলোৱে অংশ কিনি লৈ এখন কো-অপাৰেটিভ ষ্টোৰ' খুলি ৰেজিষ্ট্ৰি কৰোৱা হৈছিল। আদিতে ষ্টোৰৰ দোকানত খোৱাৰ চাউল-দাইল, লিখা-পঢ়াৰ সকলো সঁজুলি ৰখা হৈছিল। দোকানী এজন শিক্ষক আছিল। ক্ৰেতা কেৱল নৰ্ম্মাল স্কুলৰ ছাত্ৰবোৰ। এই ব্যৱস্থাত বজাৰ-দৰতকৈ কম দামত আৱশ্যকীয় বস্তুবোৰ পাচলৈ পোৱা হৈছিল। খাদ্য বস্তুৰ কাৰবাৰ বাদ দি কেৱল স্কুলীয়া ল'ৰাৰ আৱশ্যকীয় বস্তুবোৰ ৰখা হৈছিল। দোকান খুলিছিল ৰাতিপুৱা ৮টা বজাৰ পৰা ৯ বজালৈ আৰু আবেলি ৪ বজাৰ পৰা ৫ বজালৈ। দোকান দিছিল স্কুলঘৰৰে এটা সৰু কোঁঠালিত। বোধকৰোঁ এই ষ্টোৰ এতিয়াও চলি আছে।

ছাত্ৰ সকলৰ এটি সৰু ধনৰ ভঁৰাল আছিল। সেই ভঁৰালৰ পৰা অৱস্থাহীন ছাত্ৰৰ ঔষধ-পথ্য আদি দিয়াৰ ব্যৱস্থা আছিল। বছৰৰ শেষত ল'ৰাবিলাকে পৰীক্ষা দি ঘৰলৈ অহাৰ আগতে ভঁৰালৰ ধন প্ৰায় উদং কৰি এটা প্ৰীতি-ভোজ পাতিছিল। ভোজলৈ নগৰৰ বিশিষ্ট লোক সকলকো নিমন্ত্ৰণ দিয়া হৈছিল।

নৰ্ম্মাল স্কুলত শঙ্কৰ, মাধৱ, দামোদৰদেৱ প্ৰভৃতি গুৰু সকলৰ তিথিত দুপৰীয়া নাম-প্ৰসঙ্গ আৰু আবেলি মিটিং পাতি তেওঁলোকৰ চৰিত্ৰাৱলী আলোচনা কৰা দস্তুৰ আছিল। নগৰৰ মাজত ভোৰ তাল, খোল-মৃদং বজাই দুশ দেৰ শ শিক্ষিত ডেকাই নাম-কীৰ্ত্তন কৰাত যি মনোৰম পৰিবেশৰ সৃষ্টি হৈছিল, তাক বাটৰ বাটৰুৱায়ো পৈ চাইছিল।

## অসম শিক্ষক সন্মিলন

অসমৰ শিক্ষক সন্মিলনৰ জন্মদাতা গোসাঁইদেৱক বুলিব লাগে। শ্ৰীযুত আদ্যনাথ শৰ্ম্মা আৰু শ্ৰীযুক্ত হৰিনাৰায়ণ দত্ত বৰুৱা—এই দুগৰাকী শিক্ষকক হাতত লৈ "নৰ্ম্মাল স্কুলৰ ন-পুৰণি ছাত্ৰৰ সন্মিলন" এখন যোৰহাটত পাতিছিল। পিচত ইয়েই ৰূপান্তৰিত হৈ "অসম শিক্ষক সন্মিলন" নাম পায়।

এই সন্মিলনৰ যত্নতেই প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰমহা ৮্ টকাৰ পৰা ১২্ টকা হয়। অকল সেয়ে নহয়, গৱৰ্ণমেণ্ট ছাত্ৰবৃত্তি আৰু মাইনৰ স্কুলৰ শিক্ষকৰ প্ৰাৰম্ভিক দৰমহা মাহে ৩০্ টকা আৰু হাইস্কুলৰ অসমীয়া শিক্ষকৰ প্ৰাৰম্ভিক দৰমহা ৪০ টকা হোৱাৰ গুৰিতো এই সন্মিলনেই।

## জ্ঞানদায়িনী আৰু ধৰ্ম্মালোচনী সভা

নৰ্ম্মাল স্কুলত জ্ঞানদায়িনী আৰু ধৰ্ম্মালোচনী নামেৰে দুখন সভা আছিল। প্ৰতি শনিবাৰে আবেলি জ্ঞানদায়িনী আৰু ৰবিবাৰে পুৱা ধৰ্ম্মালোচনী সভা বহিছিল। জ্ঞানদায়িনী সভাৰ নামকৰণ কৰিছিল শ্ৰীযুক্ত কনকচন্দ্ৰ শৰ্ম্মা কাব্যতীৰ্থ ডাঙৰীয়াই। তেখেত তেতিয়া নৰ্ম্মাল স্কুলৰ সংস্কৃত শিক্ষক আছিল। তাৰ কাম ইস্তফা দিহে তেখেতে ৰাজনীতি ক্ষেত্ৰত প্ৰবেশ আৰু নগাঁও জিলাৰ শিক্ষা প্ৰচাৰত ব্ৰতী হৈছিল।

এই সভা দুখনত গোসাঁইদেৱ প্ৰায়েই উপস্থিত আছিল। তাৰৈ মাজে সময়ে নগৰৰ কৃতবিদ্য লোক সকলকো মাতি আনি বক্তৃতা দিওৱা হৈছিল। দূৰৰ পৰা কোনো সুধীজন যোৰহাটলৈ আহিলে নৰ্ম্মাল স্কুলত বক্তৃতা নিদিয়াকৈ যাব নোৱাৰিছিল। জ্ঞানদায়িনী সভাৰ পৰাই নৰ্ম্মাল স্কুলত তিনিমহীয়া আলোচনী "প্ৰভাত" প্ৰকাশ হৈছিল। তাৰ উপৰিও "ছাত্ৰ"নামৰ হাতে লিখা কাকত এখনিও সেই সময়ত ছাত্ৰ সকলেই চলাইছিল।

## গোসাঁইৰ ব্যক্তিত্ব আৰু দূৰদৰ্শিতাৰ দৃষ্টান্ত

১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত যোৰহাটত এদিন এটা বৰ ডাঙৰ সমদল বাহিৰ হৈছিল। এই বিৰাট সমদলটো নগৰৰ সোঁ-মাজৰ আলি বাটেদি গৈ আছিল। ইফালে সমদলৰ গতিৰোধ কৰিবলৈ পুলিচ চাহাব নিজে সশস্ত্ৰ ফৌজ লৈ হাজিৰ আছিল। পুলিচে সমদলকাৰী সকলক নৰ্ম্মাল স্কুলৰ সমুখতে আগভেটি ধৰিবলৈ স্থিৰ কৰিলে। বিপৰীত ফালৰ পৰা সমদল-কাৰীসকল সদৰ্পে আগবাঢ়ি আহিল। অৱস্থা বিষম বুজি গোসাঁই-

দেৱ থুয়ো দলৰ মাজত থিয় হ'লগৈ। তেওঁ দেখিলে, পুলিচ বাহিনীও সমদল ভাঙিবলৈ দৃঢ়প্ৰতিজ্ঞ আৰু সমদলকাৰীসকলো আগবাঢ়ি যাবলৈ কৃত সঙ্কল্প। গতিকে সংঘৰ্ষ অনিবাৰ্য্য। অৱস্থা বিষম বুজি গোসাঁইদেৱে লৰালৰিকৈ পুলিচ চাহাবক লগ ধৰি তাৰ পৰা পুলিচ ফৌজ আঁতৰাই নিবলৈ অনুৰোধ কৰিলে আৰু সমদলকাৰীসকলে কাৰো একো অনিষ্ট নকৰে বুলি নিজে গাত পাতি দায়িত্ব ললে। পুলিচ চাহাবে ফৌজ আঁতৰাই নিলে। সমদলকাৰী সকল আলিবাটেদি গৈ থাকিল। কৰবাত কিবা ঘটনা ঘটে বুলি গোসাঁই সমদলকাৰী সকলৰ লগে লগে বহুদূৰলৈ গ'ল। তেওঁ তাকে নকৰা হলে সেই দিনা নিশ্চয় সংঘৰ্ষ হৈ বহুতৰে অনিষ্ট হ'লহেঁতেন। নৰ্ম্মাল স্কুলৰ ছাত্ৰসকল যে তাত লিপ্ত নহ'লহেঁতেন, কোনে জানে ?

১৯২১ চনত মহাত্মা গান্ধী যোৰহাটলৈ আহিল। তেওঁ তিতাবৰেদি আহি যোৰহাট ৰেল ষ্টেচনত নামিব। গাড়ী ১১ বজাত আহি পায়। গোসাঁয়ে বুজিলে যে, ল'ৰাবোৰক সেই সময়ত স্কুলত ৰখা নিশ্চয় টান হব। তেওঁ নিজৰ দায়িত্বত নটিচ দি ৰাতিপুৱা জনালে যে, সিদিনা স্কুল ১১ বজাৰ পৰা বহিব আৰু দুই ঘণ্টা স্কুল হৈ ১ বজাত ছুটী হব। কিয়নো আবেলি দুই বজাৰ পৰা কাছাৰী ময়দানত মহাত্মা গান্ধীৰ বক্তৃতা আছিল। ল'ৰাবোৰে মহাত্মা গান্ধীক ষ্টেচনৰ পৰা আদৰি অনা শোভাযাত্ৰাও চালে, আবেলি বক্তৃতাও শুনিলে আৰু স্কুলো কৰিলে। এই উপলক্ষে কোনো অপ্ৰীতিকৰ ঘটনাও নঘটিল। এনে সুবুদ্ধিৰ কাৰণেই তেওঁ সকলোৰে লগত

মিলেৰে থাকিব পাৰিছিল আৰু সকলোৰে নায়ক ৰূপে দিহা পৰামৰ্শ দি সন্তুষ্ট কৰিব পাৰিছিল।

## শিক্ষাদানত গোসাঁইদেৱ

নৰ্ম্মাল স্কুলৰ ছাত্ৰসকলক শিক্ষা দান দিওঁতে গোসাঁইদেৱে পাঠ্য পুথিৰ অভাৱ দূৰীকৰণাৰ্থে তেওঁ তেওঁৰ সহযোগীসকলৰ দ্বাৰাই নতুন নতুন কিতাপ লিখাইছিল। তেওঁৰ উৎসাহতেই শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱাই ইংলণ্ডৰ বুৰঞ্জী আৰু ভূগোল প্ৰবেশ লিখিছিল। শ্ৰীযুত প্ৰাণনাথ বুজৰবৰুৱাই ঘন পৰিমিতি ৰচনা কৰি ছপাইছিল আৰু হ'ল এণ্ড ষ্টিভেন্সৰ আটাই কেইখণ্ড জ্যামিতি অসমীয়ালৈ অনুবাদ কৰাইছিল। গোসাঁইদেৱে নিজে "মহাসমৰ" আৰু "ভূগোল পাঠ" আদি পাঠ্য পুথি লিখিছিল। বহুতে আজিকালি উপৰুৱাকৈ চাই কৰ খোজে যে, দায়িত্বপূৰ্ণ পদবীত থাকি পাঠ্য-পুথি লিখি ধন ঘটিবলৈহে তেওঁ তেনে কৰিছিল। এনে মন্তব্য প্ৰকাশ কৰোঁতে কিন্তু এই কথাও মন কৰিব লাগে যে, উপযুক্ত পাঠ্য-পুথি নাথাকিলে শিক্ষাদান আৰু শিক্ষা গ্ৰহণ কোনোটোৱেই সহজ নহয়। পাঠ্য-পুথিৰ অভাৱ শিক্ষক আৰু পৰিদৰ্শক সকলে যেনেকৈ উপলব্ধি কৰিব পাৰে, আনে তেনেকৈ নোৱাৰে।

শিক্ষক হিচাবে ৺গোসাঁইদেৱৰ নিপুণতা তেওঁৰ ছাত্ৰসকলৰ মাজত আজিও প্ৰশংসামুখৰ হৈ আছে। ছাত্ৰক কোনো এটা বিষয়ৰ শিক্ষা দিবলৈ হ'লে সেই বিষয়ে তেওঁ ভালকৈ পঢ়ি তাৰ টোকা তৈয়াৰ কৰি লৈছিল। "শিক্ষাবিচাৰ" পুথিৰ অনেক অংশ এনেকুৱা টোকাৰেই সমষ্টি। পৰিদৰ্শক হিচাবে কাম কৰোঁতেও তেওঁ সদায়

শিক্ষকসকলৰ যি বিষয় যিজনে শিকায়, তেওঁক সেই বিষয়ে ভালকৈ পঢ়ি আহিবলৈ পৰামৰ্শ দিছিল।

ভাল শিক্ষক হব লাগিলে ছাত্ৰৰ লগত শিক্ষকৰ সহানুভূতি আৱশ্যক। ছাত্ৰৰ অন্তৰত প্ৰবেশ কৰি ছাত্ৰৰ মনৰ ভাব শিক্ষকে বুজিব পাৰিব লাগে। শিক্ষা দিওঁতে শিক্ষকে এই কথা পাহৰিব নালাগে যে, তেওঁৰ পৰা ছাত্ৰই যি ধৰণৰ শিক্ষা পায়, পিচত ছাত্ৰই গৈ শিক্ষকৰ অৱস্থা পালেও ছাত্ৰসকলক তেনে শিক্ষাহে দিব পাৰিব। কটন কলেজৰ ভূতপূৰ্ব্ব অধ্যাপক লক্ষ্মী নাৰায়ণ চট্টোপাধ্যায় আৰু ৺শৰৎ গোস্বামী একে শিক্ষকৰ তলত কলেজত সংস্কৃত পঢ়িছিল। সেইবাবে অভিজ্ঞতা থকাসকলে কয় যে, দুয়োৰো পঢ়োৱা প্ৰণালী একে ধৰণৰ আছিল।

শিক্ষকতা সম্বন্ধে কিতাপ লিখাৰ উপৰিও গোসাঁইদেৱে "প্ৰভাত" কাকতত 'শিক্ষক', 'কোমল আৰু কঠোৰ শিক্ষা' ইত্যাদি নামৰ শিক্ষাসম্বন্ধীয় কিছুমান প্ৰবন্ধ লিখিছিল।

পৰিদৰ্শক আৰু শিক্ষকৰ সম্বন্ধ উল্লেখ কৰি গোসাঁইদেৱে এঠাইত লিখিছে "ওপৰৰ বিষয়াই যি কয়, শিক্ষকে তাক সন্মানেৰে শুনিব লাগে। এনে কি, ভুল কলেও তাৰ প্ৰতিবাদ কৰিব নালাগে। পাচত লাহে লাহে তেওঁৰ ভুলটো মৰ্য্যাদাভাৱে ওপৰৱালাৰ চকুত পেলাব লাগে।

পৰিদৰ্শক সকলেও ভবা উচিত যে, তেওঁলোক একোজন ভ্ৰাম্যমাণ আদৰ্শ শিক্ষক। শিক্ষকক গালি-গালাজ আৰু ৰূঢ় ব্যৱহাৰ কৰিবলৈ তেওঁলোকৰ নাম্য অধিকাৰ নাই। বিশেষকৈ ছাত্ৰৰ

আগত তেনে দৰৰ ব্যৱহাৰে অতি নীচ ভাব আৰু অভদ্ৰতাৰ আহি ভাঙি ধৰে।”

শিক্ষকৰ বিষয়জ্ঞান সম্পৰ্কে তেওঁ কৈছিল বোলে শিক্ষকে যি বিষয় যিমান খিনি শিকাবলগীয়া হয়, তাৰ দহ গুণ মান নিজে নিজে জানিলেহে সেইখিনি ভালকৈ ছাত্ৰক পঢ়াব পাৰি। সেই দেখি সকলো বিষয় খুকুৰি মাৰি, কাৰ্য্য কাৰণৰ সম্বন্ধ বিচাৰ কৰি বিষয়টো সম্পূৰ্ণকৈ আগেয়ে নিজে বুজিহে ছাত্ৰক বুজাব লাগে।

অনেক শিক্ষকে নিজে যিমান জানে সেই সোপাকে ছাত্ৰক পঢ়াবলৈ বিচাৰে। সেইটো অনভিজ্ঞতাৰ ফল। ল'ৰাই যিখিনি শিক্ষা বা জ্ঞান গ্ৰহণ কৰিব পাৰে, সেইখিনি পঢ়াবলৈ বিচাৰিব লাগে।

শিক্ষা প্ৰণালীৰ মূল কথা দুটা বুলিব পাৰি। (১) শিক্ষকে সুন্দৰমতে প্ৰশ্ন কৰিব জানিব লাগে আৰু (২) শিক্ষকৰ বৰ্ণনা শক্তি বা সাধুকথা কোৱা শক্তি থাকিব লাগে।

“চেকনীৰ আগত বিদ্যা”— এই কথা আগৰ শিক্ষক সকলে মানিছিল। আজিকালি সেই দিন উঠি গ'ল। আজিকালি নানা কথাৰ মাজেদি শিক্ষণীয় বিষয়টো সহজ আৰু ৰসাল কৰি শিক্ষা দিবলৈ শিক্ষকে যত্ন কৰিব লাগে। এই প্ৰসঙ্গত ৺গোসাঁইদেৱে লিখা “কোমল আৰু কঠোৰ শিক্ষা” নামৰ প্ৰবন্ধটো উপাদেয়। উদাহৰণেৰে সৈতে তেওঁ আজিকালিৰ কোমল শিক্ষা প্ৰণালীৰ সুন্দৰ বিশ্লেষণ কৰিছে। তেওঁ কয়— পাঠ মনোৰঞ্জক আৰু সহজ কৰিবলৈ যাওঁতে কেতিয়াবা কেতিয়াবা তাক অতি কোমল কৰি তোলা হয়। আগৰ দিনৰ অতি কঠোৰ প্ৰণালীৰ দৰে আজিকালিৰ অতি কোমল প্ৰণালীও একে কাৰণতে গৰ্হিত।

দুটামান উদাহৰণ দিলে কথাটো সহজে বুজা যাব। এদিন আমাৰ ছাত্ৰ-শিক্ষক এজনে পাঠ দি থাকোঁতে ডাঙৰ ল'ৰা এটাৰ পেঞ্চিল ভাগি গ'ল। শিক্ষকে চুৰী কটাৰী এখন বিচাৰি আনি পেঞ্চিলডাল কাটি দিলে। আন এদিন টোকা কাগজেৰে আন এজন ছাত্ৰ-শিক্ষকে ছাত্ৰইঁতৰ আখৰ নিজে টুকি দিলে। শ্ৰুতলিপি পাঠৰ সময়ত বহীত মাৰ্জ্জিন শিক্ষকে নিজহাতে ঠিক কৰি দিয়া, আখৰ এটা বেয়া হলে শিক্ষকে নিজে লিখি দিয়া এইবোৰ বোধকৰোঁ আজিকালিৰ সকলো শিক্ষকে কৰি থাকে।

ইয়াৰ ফল হয় এয়ে যে, ছাত্ৰবিলাকে লাহে লাহে নিজক এৰি শিক্ষকৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিকে। ক্ৰমাত্ এনে হয় কোনো এটা টান কথা পালেই তাক শিক্ষকে বুজাই দিব বুলি থৈ দিয়ে। এইদৰে চলোঁতে চলোঁতে ছাত্ৰৰ নিজৰ উদ্ভাৱনী শক্তি আৰু নিজত্ব লোপ পায়গৈ; আৰু ওপৰৰ শ্ৰেণীত আগ্ৰহবিহীন মনোযোগ, মানসিক ক্ষিপ্ৰকাৰিতাৰ অভাৱ, অলপ চিন্তা কৰি বুজিব লগীয়া বিষয়ত অপ্ৰাসঙ্গিক আৰু নিৰ্ব্বোধ প্ৰশ্ন—এনেকুৱা নিৰুৎসাহজনক কথাই শিক্ষকক বাধা দিয়ে" * * *

ছাত্ৰ জীৱনত কৃচ্ছ্ৰসাধনৰ যথেষ্ট সুযোগ পোৱা যায়। এটা ঘটনাৰ কথা কৈ উদাহৰণ দিওঁ। কেইবছৰমানৰ আগতে যোৰহাটৰ ডাঙৰ ফিল্ডখনত চাহাব ভলণ্টিয়াৰ বিলাকৰ কুচ-কাৱাজ হৈছিল। প্ৰায় এসপ্তাহ, সেই কেইটাদিন দবাপিটা বৰষুণ। ফিল্ডখনৰ কথাই নাই গোটেই নগৰখনতে আঁঠুৱনী বোকা। যোৰহাট যি দেখিছে, সেয়ে জানে যে, ফিল্ডখনৰ চাৰিওফালে চাহাবলোকৰ দুৱহলা



স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীয়ে অসমত স্কাউট আন্দোলন গঢ়ি তোলাত বিশেষ অৱদান যোগায়। ছবিত উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰত অনুষ্ঠিত দ্বিতীয় অসম স্কাউট উদব্রীজ ট্রেইনিং কেম্পত স্কাউট মাষ্টৰসকলৰ সৈতে ৺গোস্বামী। সোঁমাজত ৺লোকপ্ৰিয় গোপীনাথ বৰদলৈ।

ৰওনাবোৰ। কিন্তু যিবিলাক চাহাবে এই কাৰাজত যোগ দিছিল, তাহাঁতৰ এটায়ো ৰবষুণ বা বোকাৰ নিমিত্তে ফিল্ডত তৰা তামিৰবাত থাকিবলৈ এৰি কোনো বঙলা বা গুকান ঠাইৰ আশ্ৰয় নিবিচাৰিলে। আলিটো পাৰ হৈয়েই যি স্কুলত নিজৰ সুসজ্জিত বিলাস-ভৱন পাব পাৰি, এই স্থলতো তেওঁবিলাকে পানী বোকাতেহে লোটি লৈ সেই কেইদিন থাকিল আৰু তাতে যি যোগাৰ হৈছিল, তাকেহে খালে।

এই জাতিৰ মানুহে পৃথিবী ভোগ নকৰি আমি কৰিম নে? ফুটবলৰ মেচ খেলিছোঁ, দুই টোপা বৰষুণ পৰা মাত্ৰকে বেকাৰি আৰু খেলুৱৈৰ দৌৰাদৌৰিত হুৱাদুৱা লাগি পৰে। আমাৰ এই জাত। আমাৰ মানত ওপৰত কোৱা সেই দৃশ্য অদ্ভুত যেন লাগে।

কৃচ্ছ্ৰ সাধন সেইদেখি আমাক লাগে। বিপদৰ সন্মুখ হৈ তাৰ লগত হতাহতি কৰাতহে মনুষ্যত্ব বিকাশ হয়। মনটোক অসুবিধা অসুচলৰ আগত দমিব দিব নালাগে। শৰীৰৰ কষ্ট হব বুলি ভাবি কোনোটো কামত পিচহুঁহকিব নালাগে। তেহে আমাৰ মনুষ্যোচিত চৰিত্ৰ গঠিত হব।

এইবিলাক কাৰণতে ভাৰতৰ প্ৰাচীন দিনত ছাত্ৰ জীৱনৰ নাম আছিল ব্ৰহ্মচৰ্য্য আশ্ৰম। কৃষ্ণাৰ্জ্জুনেও গুৰু ঘৰত থকা কালত খৰি লুড়ি, গৰু চৰাই ভাত খাইছিল। দশৰথৰ দৰে ৰজাৰ পুত্ৰ হৈও ৰাম-লক্ষ্মণে নিজৰ বাহুবল মাত্ৰ সম্বল কৰি বিশ্বামিত্ৰৰ লগত ৰাক্ষস মাৰিবলৈ গৈছিল। দিলীপৰ দৰে চক্ৰবৰ্ত্তী ৰজায়ো মুনিৰ আশ্ৰমত সস্ত্ৰীক গৰু পালন কৰি তপস্যা কৰিছিল। এই আদৰ্শৰ পুনৰুদ্বোধনৰ আৱশ্যক।”

## থকা মিলাৰ ধৰণ

৺ গিৰীশ চন্দ্ৰ ৰায় চৌধুৰীদেৱৰ কথা—"১৯১৮।১৯ চনৰ গৰমৰ বন্ধ। ৺গোসাঁইদেৱ যোৰহাট নৰ্ম্মাল স্কুলৰ অধ্যক্ষ। সদিয়াৰ পৰা গুৱাহাটীলৈ যাম। বাটতে দুদিনমানৰ কাৰণে যোৰহাটত সোমালোঁ। নিজৰ কিছুমান আপচু অভ্যাসৰ কাৰণে গোসাঁইদেৱক আমনি নকৰিবৰ মনেৰে গুৰু ট্ৰেইনিঙৰ পৰিচালক শ্ৰীযুক্ত হৰিনাৰায়ণ দত্ত দেৱৰ ঘৰাতে আশ্ৰয় ললোঁ। গোসাঁইদেৱৰ কোৱাৰ্টাৰ্চ তাৰ ওচৰতে। ৰাতিপুৱা দেখা কৰিলোঁ আৰু তেওঁৰ আলহী হব নোৱাৰিলোঁ বাবে ক্ষমা খুজিলোঁ। তেওঁ কলে,—"মোৰ দুৰ্ভাগ্য, মই চাং বঙলাত থাকোঁ।" মই বৰ লাজ পালোঁ আৰু আচল কথা ভাঙি কৈ মোৰ ওপৰত অনুদাৰ ভাব পোষণ নকৰিবলৈ অনুৰোধ কৰিলোঁ। গধূলি সঙ্গীত আদিৰ আয়োজন হ'ল। ৺গোসাঁইদেৱে নিজে গাব নেজানিলেও সঙ্গীত ভাল পাইছিল। নগৰৰ কেইবাগৰাকীও গণ্য-মান্য মানুহ উপস্থিত হ'ল। সেই সময়ত উজনি অসমৰ ফালে সঙ্গীত আদিৰ চৰ্চ্চা বেছি নাছিল। নামনি অসমৰ বিশেষকৈ বৰপেটা আৰু গোৱালপাৰাৰ এধাডুখৰীয়া বৰগীত বা বঙালী গান গাব জনা মানুহেই উজনিত সঙ্গীতজ্ঞ বুলি পৰিচিত হৈছিল। এতেকে আমি বৰপেটীয়া যেতিয়া, আমিও সঙ্গীতজ্ঞৰ শাৰীত পৰিছিলোঁ; আৰু গাব পাৰোঁ বা নোৱাৰোঁ গায়ক বোলাবৰ লোভ সামৰিব নোৱাৰিলোঁ। সি যি কি নহওক, গীত-বাদ্য ৰাতি ৯।১০ টা মানলৈকে চলিল। তাৰ পিচত চাহ-জলপান খাই সকলোটি ঘৰাঘৰি যাবলৈ ওলালোঁ। এনেতে দীঘলচুলীয়া ধুনীয়া ল'ৰা এটা দেখি সুধিলোঁ— "এইটি

আপোনাৰ ল'ৰা নহয়নে ?" উত্তৰ পালোঁ— "হয় বোলেই।" আকৌ অলপ ইতস্ততঃ কৰি গোসাঁইদেৱে কলে,— "পিচে এওঁৰ নাম যাইছানা।" আচৰিত হৈ মই সুধিলোঁ।— "ল'ৰাৰ নাম যাইছানা ?" উত্তৰত গোসাঁয়ে কলে,— "এওঁ পিচে ছোৱালীহে। এওঁ ল'ৰাৰ দৰে সাজ পিন্ধিবলৈ ভাল পায়।" এই কথাৰ ভিতৰত এটা সুক্ষ্ম কৰুণ ভাৱ লুকাই থকা যেন লাগিল।

তাৰ পাচত ১৯২০।২১ চনৰ কথা। অসহযোগ আন্দোলন পূৰ্ণ উদ্যমে চলিছে। আমি তেতিয়া সদিয়াত কাম কৰোঁ; আৰু গোসাঁইদেৱ যোৰহাট নৰ্ম্মাল স্কুলৰ অধ্যক্ষ। আমাৰ ভাতৃৰ কাৰাবাস দণ্ড হৈছে; গুৱাহাটীৰ "অৰুণা প্ৰেছ" পুৰি গৈছে। যকমা বেনে-জালিত দূৰৈত চাকৰি কৰা আমাৰ পক্ষে টান হৈ পৰিছে। ছমাহৰ ছুটী লৈ ঘৰলৈ আহিছোঁ। পাণ্ডুঘাটৰ ফেৰি জাহাজত উঠি দেখোঁ যে, গোসাঁইদেৱ। কলিকতাৰ "অৰিয়েণ্টেল কনফাৰেন্সলৈ অসমৰ প্ৰতিনিধি স্বৰূপে যাবলৈ আহিছে। সাজ-পাৰ দেখি সুধিলোঁ— "নন-কো-অপাৰেচন" কৰিলে নেকি ? উত্তৰ আহিল "মনে কলেও অন্তৰে সাহ নিদিয়ে।" স্পষ্ট সৰল কথাত বৰ ভাল লাগিল।"

## শিক্ষা বিষয়ৰ স্পেচিয়েল অফিচাৰ

প্ৰায় বাৰ বছৰ কাল নৰ্ম্মাল স্কুলৰ অধ্যক্ষ হৈ থকাৰ পিচত গোসাঁইদেৱ অসম গৱৰ্ণমেণ্টৰ শিক্ষা বিভাগৰ "বিশেষ বিষয়া" নিযুক্ত হয়। এই কামত তেওঁ এবাৰ দুবাৰ নহয় বেলেগ বেলেগ সময়ত তিনিবাৰ নিযুক্ত হৈছিল। আনকি চাকৰিৰ পৰা অৱসৰ লোৱাৰ,

পাচতো গৱৰ্ণমেণ্টে তেওঁক শিক্ষা বিষয়ৰ দায়িত্বপূৰ্ণ কামত নিযুক্ত কৰিছিল।

গৱৰ্ণমেণ্টে নিৰ্দ্ধাৰিত কৰি দিয়া কাম কৰাৰ উপৰিও সেই সময়ত তেওঁ অসমৰ শিক্ষা সংক্ৰান্ত সমস্যাবোৰলৈ বিশেষ মনোযোগ দিছিল আৰু সেই বিষয়ত নিজৰ মত প্ৰকাশ কৰি "কলিকতা ৰিভিউ", "মডাৰ্ণ ৰিভিউ" আদি আলোচনীবোৰত প্ৰবন্ধ পাতিও লিখিছিল।

*অসমৰ প্ৰাইমাৰি শিক্ষাৰ সমস্যা সম্বন্ধেও তেওঁৰ নিজৰ মতবোৰ পিচত "কলিকতা ৰিভিউ" (নবেম্বৰ—১৯৩৭) ত প্ৰকাশ কৰিছিল। প্ৰাইমাৰি শিক্ষাৰ দ্বৈত শাসনলৈ আঙুলিয়াই তেওঁ কৈছিল যে, এফালে লোকেলবোৰ্ড বা মিউনিচিপালিটি, আনফালে শিক্ষা বিভাগ— এই দুৱলীয়া শাসনে প্ৰাইমাৰি শিক্ষাৰ বহুখিনি অন্তৰায় ঘটাইছে। "দুই-ম'হৰ যুঁজত ইকৰাৰ মৰণ" হোৱাৰ দৰে, দুই শাসনৰ তলত শিক্ষা বিস্তাৰত বাধা জন্মিবই লাগিছিল; কিন্তু তেনেকুৱা বাধা বা কাজিয়া দেখাদেখিকৈ উপস্থিত নোহোৱাৰ গুৰিত আছে, শিক্ষাৰ প্ৰতি সকলোৰে প্ৰবল ধাউতি। এক শাসনৰ তললৈ নিয়াটোৱেই এনে অসুবিধাৰ পৰা হাত সাৰিবৰ একমাত্ৰ উপায়। প্ৰাইমাৰি শিক্ষা হয় স্থানীয় বোৰ্ডৰ হাতত ৰাখি শিক্ষা বিষয়ত শিক্ষা বিভাগৰ বিষয়াৰ দ্বাৰা নাম মাত্ৰ পৰিদৰ্শন কৰোৱাৰ ব্যৱস্থা কৰিব লাগে, নহলে শিক্ষা বিভাগৰ হাততেই সম্পূৰ্ণকৈ ৰাখিব লাগে।

মোৰ বোধেৰে প্ৰত্যেক মহকুমাতে প্ৰাইমাৰী শিক্ষা বিস্তাৰত সকলো প্ৰকাৰে চকু দিবলৈ সৰু সৰু পৃথক "এডুকেচন বোৰ্ড" কৰি দিব লাগে। প্ৰাইমাৰি স্কুলৰ ইন্‌স্পেক্টৰবোৰ এই বোৰ্ডৰ তলৰ

চাকৰিয়াল হব লাগে। এতিয়া এনেকুৱা কৰ্ম্মচাৰীসকল চৰকাৰী চাকৰিয়াল; আৰু সেইবাবে তেওঁলোকে প্ৰাইমাৰি শিক্ষাৰ যাৱতীয় কাম চলোৱা লোকেল বোৰ্ডবোৰৰ কৰ্ম্মচাৰী সকললৈ ভ্ৰূক্ষেপ নকৰে। প্ৰত্যেক মহকুমাৰ ভিতৰতে একোজনকৈ চৰকাৰী ইন্‌স্পেক্টৰ থাকিব পাৰে। তেওঁ বোৰ্ডৰ স্কুলবোৰ চাই সকলোবোৰতে যাতে একে ষ্টেণ্ডাৰ্ড মানি চলা হৈছে, সেই বিষয়ে তত্ত্বাৱধান লব। পণ্ডিত নিয়োগ কৰা, বদলি কৰা, বৰখাস্ত কৰা, দণ্ড দিয়া, স্কুলৰ সাজ-সৰঞ্জাম যোগোৱা ইত্যাদি কামত তেওঁ কোনো প্ৰকাৰে হস্তক্ষেপ নকৰিব। এইবোৰ কাম বোৰ্ডে কৰিব।

প্ৰাইমাৰি স্কুল ক'ত কিমানখন হব লাগে, কেনেকুৱাকৈ কি অৱস্থাত প্ৰাইমাৰি স্কুলৰ সংখ্যা বঢ়াব বা টুটাব লাগে—সেয়ে হৈছে দ্বিতীয় সমস্যা। আমাৰ প্ৰাইমাৰি স্কুলবোৰ কেনেকৈ হৈ উঠিল তাৰ ইতিহাস খেলিমেলি পূৰ্ণ। য'তে দুই এজন শিক্ষিত আৰু প্ৰতিপত্তিশালী মানুহ আছে, তাতেই প্ৰাইমাৰি স্কুল এখন স্থাপন কৰি লৈ লোকেল বোৰ্ডক ধৰি "গ্ৰাহ্য" কৰোৱা হয়। তাৰ ফলত য'ত স্কুল আছে, তাত হয়তো ওচৰা-ওচৰিকৈ কেইবাখনো স্কুল গঢ়ি উঠিছে। য'ত ক্ষমতাপন্ন মানুহ নাই— অথচ স্কুলৰ খুব আৱশ্যক তাত এখনো নাই। কাজে কাজেই শিক্ষাৰ পোহৰ য'ত পৰা নাই, তাত পোহৰ দিবলৈ কোনো ব্যৱস্থা নাই। এই স্কুলবোৰৰ সংখ্যা, আৱশ্যকতা আদি পৰীক্ষা কৰি য'ত ওচৰা-ওচৰিকৈ কেইবাখনো প্ৰাইমাৰি স্কুল আছে, সেইবোৰ একেলগ কৰি স্কুলৰ সংখ্যা কমাই, স্কুল নথকা ঠাইত স্কুল পাতি দিব লাগে। অৱশ্যে এই কামত বহুতৰ বিৰক্তিভাজন হব লাগিব, তাত সন্দেহ নাই।

ইয়াৰ পাচতে আৰু এটা সমস্যা আহি পৰে। সেয়ে হৈছে, ছাত্ৰৰ উপস্থিতিৰ গড়। আমাৰ দেশৰ বেছি ভাগ ল'ৰাই স্কুলত নপঢ়ে। যি কেইজনে পঢ়িবলৈ আৰম্ভ কৰে, সিহঁতৰো অনেকে প্ৰাইমাৰি শিক্ষা শেষ কৰিবলৈ নাপায়। স্কুললৈ যাব ধৰা শতকৰা ৭০ জন ল'ৰাই প্ৰাইমাৰি শিক্ষা শেষ নকৰে। ফলত শিক্ষক আৰু চৰকাৰৰ অনেক চেষ্টা বিফলে যায়। স্কুল এৰা ল'ৰাবোৰ অশিক্ষিত হৈয়ে থাকে। ইফালে বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰচাৰ কৰাৰ পথতো এশ এটা বাধা। এনে অৱস্থাত এটা উপায় কৰিব পাৰি। ল'ৰা স্কুলত পঢ়াবলৈ সকলো অভিভাৱকক বাধ্য নকৰিলেও যি সকলে স্কুলত এবাৰ নাম লগাই দিয়ে, তেওঁলোকক এনেভাৱে বুজাই-বঢ়াই মান্তি কৰিব লাগে যাতে ল'ৰাই প্ৰাইমাৰি পৰীক্ষা পাচ নকৰালৈকে তেওঁলোকে সিহঁতক স্কুলৰ পৰা নেৰম্বায়। ইয়াৰ কাৰণে সাধাৰণ ৰকমৰ কিবা এখন আইন কৰি লোৱাও বোধকৰোঁ ভাল হব।

শিক্ষাদানতো আমাৰ স্কুলবোৰত এটা বিশেষ অসুবিধা আছে। একেজন শিক্ষকে একে সময়তে কেবাটাও শ্ৰেণী চলাব আৰু পঢ়াব লাগে। ট্ৰেইনিং নথকা শিক্ষকৰ পৰা এনে অৱস্থাত বৰ বেছি আশা কৰা টান হৈ পৰে। গতিকে বহুশ্ৰেণী শিক্ষা প্ৰণালীত শিক্ষকক ট্ৰেইনিং দিয়াৰৰ চেষ্টা কৰিব লাগে।

নতুন স্কুল সোপাৰোপে বঢ়াই দিয়াতকৈ ভাল শিক্ষকৰ সংখ্যা বঢ়োৱাটোলৈহে বেছি লক্ষ্য ৰখা আৰু সেই বিষয়ত খৰচ কৰা উচিত হব। তাৰ মানে যে স্কুলৰ সংখ্যা একেবাৰে বঢ়াব নালাগে এনে

নহয়। অন্ততঃ প্ৰত্যেক গাঁওতে একোখনকৈ প্ৰাইমাৰি স্কুল হওক, এয়ে মোৰ অভিলাষ।

স্কুলবোৰৰ অৱস্থা ভাল কৰাটোও আন এটা সমস্যা। লোকেল-বোৰ্ডবোৰে তাৰ কাৰণে বিশেষ যত্ন নকৰিলে নহব। গাঁওৰ মুৰত আটাইতকৈ অযত্নত থকা ঘৰটোৱেই আমাৰ স্কুলঘৰ। ই বৰ পৰিতাপৰ কথা। এনেকুৱা স্কুল ঘৰলৈ ছাত্ৰৰ কি শ্ৰদ্ধা বা আগ্ৰহ হব পাৰে ?

চেন্সাচ ৰিপোৰ্টৰ পৰা পোৱা যায় যে, আমাৰ অলপ শিক্ষা পোৱা মানুহবোৰেও দিন পুৰণি হৈ অহাৰ লগে লগে সেইখিনি পাহৰি পেলায় আৰু অশিক্ষিতৰ শাৰীত পৰে। ইয়াৰ একমাত্ৰ কাৰণ এই যে, স্কুল এৰাৰ লগে লগে আমাৰ ল'ৰাই কোনো প্ৰকাৰ লেখা পঢ়াৰ লগত সম্বন্ধ নাৰাখে। কাৰণ পঢ়িবলৈ কিতাপ নাইবা কাকত নাই। যি দুই এখন কিতাপ বা বাতৰি কাকত আছে, সিও হয়তো বেছি মূল্যৰ নাইবা নিৰস।

গতিকে কম মূল্যৰ আৰু বিবিধ বিষয়ৰ আমোদজনক পুস্তক আৰু বাতৰি কাকত প্ৰকাশ শিক্ষা বিস্তাৰৰ অন্যতম উপায়। চলন্ত লাইব্ৰেৰী আৰু উপযুক্ত ঠাইত গাঁৱলীয়া পুথি ভঁৰাল স্থাপনে এই সমস্যাৰ বহুখিনি সমাধান কৰিব পাৰে।"

কোৱা বাহুল্য যে গোসাঁইদেৱৰ পৰামৰ্শ মতেই আজিকালি প্ৰাইমাৰি শিক্ষা বোৰ্ড স্থাপন হৈছে আৰু প্ৰাইমাৰি শিক্ষাৰ অনেক আহুকাল গুচাবৰ চেষ্টা চলিছে।

বৰ্ত্তমান "সামাজিক শিক্ষা বিভাগৰ" পৰা গাঁৱে-ভূঞে অনেক

সাহায্যকৃত পুথি-ভৰাঁল স্থাপন হৈছে আৰু শিক্ষিত গাঁৱলীয়া লোকৰ উদ্যমতো সাহায্য নোপোৱা অনেক পুথি-ভঁৰাল হৈছে। এইবোৰ কামৰ গুৰিত যে গোসাঁইদেৱৰ ওপৰোক্ত কথাবোৰে উদগণি দিছিল, তাক কোনেও নুই কৰিব নোৱাৰে।

## চলন্ত পুথি-ভঁৰাল

গাঁৱে-ভূঞে পঢ়ুৱৈ সমাজ গঠনৰ কাৰণে গোসাঁইদেৱে কেনেদৰে চেষ্টা কৰিছিল তাক তলত দিয়া ব্যৱস্থাবোৰৰ পৰা বুজা যাব।

১৯২৬ ইং চনত অসমৰ গবৰ্ণৰ চাৰ জন হেন্‌ৰি কাৰ যোৰহাট নগৰলৈ আহে। তেওঁ নৰ্ম্মাল স্কুল পৰিদৰ্শন কৰিছিল। সেই সময়তে ৺গোসাঁইদেৱে চলন্ত লাইব্ৰেৰীৰ কথা তেখেতে পৰিকল্পনা কৰাৰ দৰে চাহাবক জনায়। কথাটো গৱণৰ বাহাদুৰৰ মনত লাগে আৰু সেই উদ্দেশ্যে তেওঁ পাঁচ হাজাৰ টকা মঞ্জুৰ কৰে। সেই টকাৰে কিতাপ কিনি গোসাঁইদেৱে ২৬ টা কাঠৰ সৰু সৰু বাকচত ভৰায়। নৰ্ম্মাল স্কুলৰ ল'ৰাবোৰ ঘৰলৈ যাওঁতে বাকচবোৰ প্ৰতি মহকুমাতে স্কুলৰ পৰিমাণ বুজি দুটা বা এটাকৈ তেওঁলোকৰ হাতত অসম উপত্য-কাৰ ডেপুটি ইনস্পেক্টৰ সকললৈ পঠায় আৰু নিয়ম নিৰ্দ্দেশ কৰি দিয়ে যে, তেওঁলোকে বাকচটো প্ৰথমে নগৰৰ কেন্দ্ৰ সভাৰ সম্পাদকক দিব। তেওঁৰ পৰা সভালৈ আহোঁতে শিক্ষকসকলে কিতাপ নি পঢ়িব আৰু পোন্ধৰ দিনৰ পাচত তেওঁক আকৌ ঘূৰাই দিব। এই-দৰে সেই কেন্দ্ৰত কিতাপবোৰ পঢ়া হলে সম্পাদকে স্কুলৰ চৌকীদাৰৰ হতুৱাই ওচৰৰ আন এখন কেন্দ্ৰ সভাৰ সম্পাদকলৈ পঠাব। এইদৰে গোটেই বছৰ জুৰি বাকচবোৰ ঘূৰিব। আটাইবোৰ কেন্দ্ৰৰ

পঢ়া হলে শেষৰ কেন্দ্ৰসভাৰ সম্পাদকৰ স্কুলৰ লাইব্ৰেৰীত বাকচটোৰ কিতাপবোৰ জমা হব ( অৱশ্যে ফাটি-ছিটি গৈ যি থাকে )।

এই ব্যৱস্থামতে চলন্ত লাইব্ৰেৰীৰ কাম কেই বছৰমানলৈ চলি আছিল। উদ্যোগী লোকৰ অভাৱত বোধকৰোঁ, আজিকালি সেই বিধান লোপ পাইছে।

## অতুল কথামালা

অসমীয়া ভাষাত শিশু সাহিত্যৰ অভাৱ আৰু সেই অভাৱৰ কথা গোসাঁইদেৱে গভীৰভাৱে অনুভব কৰিছিল। এই অভাব পূৰণ কৰিবৰ কাৰণে সেই সময়ৰ শিক্ষা বিভাগৰ ডিৰেক্টৰ মি: কানিংহামৰ দৃষ্টি আকৰ্ষণ কৰে। শেষত এই অভাৱ কিঞ্চিৎ পূৰণৰ কাৰণেও এটা সুবিধা ওলাল ; আৰু সেই সুবিধা তেওঁ এৰি নিদিলে।

অসমৰ প্ৰাইমাৰি আৰু মজলীয়া স্কুলবোৰত পঢ়াবৰ কাৰণে বিজ্ঞান আৰু সাধাৰণ জ্ঞানৰ উপযুক্ত পাঠ্য পুথি নাছিল। সেই কাৰণে তেনে এক চিৰিজ পুস্তক যুগুত কৰিবলৈ গোসাঁইদেৱৰ পৰা-মৰ্শ মতে ডাইৰেক্টৰ কানিংহাম চাহাবে তিনি হাজাৰ টকা গবৰ্ণমেণ্টৰ পৰা লিখালিখি কৰি আনে। কিতাপবোৰ যুগুত কৰিবলৈ এটা বোৰ্ড গঠিত হয়। তাৰ এই কেইজন সভ্য আছিল।

মিষ্টাৰ জি, এ, স্মল।
৺ শৰৎচন্দ্ৰ গোস্বামী।
৺ প্ৰাণনাথ বুজৰবৰুৱা।
ৰায় বাহাদুৰ অঘোৰ নাথ অধিকাৰী।
শ্ৰীযুক্ত ক্ষীৰোদ চন্দ্ৰ পুৰকায়স্থ।

"বিজ্ঞান প্ৰবেশিকা" নাম দি বোৰ্ডে তিনিখন কিতাপ যুগুত কৰিলে। এই কিতাপ অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছে প্ৰকাশ কৰিলে। এবছৰ কি দুবছৰৰ ভিতৰতে গৱৰ্ণমেণ্টে প্ৰকাশকৰ পৰা দিয়া টকাখিনি পালে। তেতিয়া স্মল চাহাব ডাইৰেক্টৰ। তেওঁ শিক্ষা বিভাগৰ ডাইৰেক্টৰ থকা কালত বিজ্ঞান প্ৰবেশিকাৰ লাভৰ অংশ গ্ৰন্থকাৰ সকলক দিয়াৰ ব্যৱস্থা হয়। কিন্তু গোসাঁইদেৱে বাস্তৱ দৃষ্টিভঙ্গীৰে ভবিষ্যৎ চিন্তা কৰি বুজিছিল যে শিশু সাহিত্য প্ৰচাৰৰ কাৰণে এটা আত্মতীয়া পুঁজি নহলে এই কাম সুকলমে চলিব নোৱাৰে আৰু সদায় চৰকাৰৰ সাহায্যৰ ওপৰত নিৰ্ভৰ কৰি চলাও উচিত নহয়। তেখেত গ্ৰন্থকাৰ সকলক অসমৰ সমূহীয়া স্বাৰ্থৰ কাৰণে তেখেত সকলৰ লাভৰ অংশটো ত্যাগ কৰিবলৈ মান্তি কৰালে। শ্ৰীযুক্ত ক্ষীৰোদ পুৰ-কায়স্থদেৱৰ বাহিৰে বাকী চাৰিজন ৺গোঁসাইদেৱৰ প্ৰস্তাৱত মান্তি হ'ল। সেই ধনৰ ক্ষুদ্ৰ পুঁজিৰে "অতুল-কথামালা ফাণ্ড" নাম দি এটা পুঁজি কৰিলে। সকলোৰে পৰামৰ্শ অনুসৰি গোসাঁইদেৱ তাৰ পৰিচালক হ'ল।

"অতুল কথা মালাৰ" লগতো এটি কৰুণ কাহিনী জড়িত আছে। ৺গোসাঁইদেৱৰ বৰ জোঁৱাই শ্ৰীযুক্ত চন্দ্ৰকান্ত গোস্বামী এম, এ, বি, এল দেৱলৈ গোসাঁইদেৱৰ বৰ জীয়েক ৺প্ৰতিভা আই-দেউক বিয়া দিছিল। তেওঁলোকৰ প্ৰথম পুত্ৰৰ নাম "অতুল" আছিল। এই ফাণ্ড যুগুত হোৱাৰ অলপ আগতে ল'ৰাটি ৩॥বছৰ সময়ত গুৱাহাটীত ঢুকায়। এই শোকে তেওঁলোক আটাইকে ধৰকৈ পীড়িছিল। সেই শোক কিঞ্চিৎ পাতলাবৰ কাৰণে গ্ৰন্থকাৰ সকলৰ অনুমতিক্ৰমে ককাদেউতাকে ফাণ্ডৰ নাম "অতুল-কথা-

মালা কাণ্ড" আৰু তাৰ ধনেৰে প্ৰকাশ পোৱা কিতাপবোৰৰ "অ‌দ্ভুত-কথামালা চিৰিজ" নাম দিছিল।

৺গোসাঁইদেৱৰ জীৱিত কালত এই কাণ্ডৰ ধনেৰে ৬।৭ খন মনোহৰ শিশু সাহিত্য প্ৰকাশ পাইছিল। কাণ্ডৰ ধনেৰে কিতাপ ছপা কৰি তাৰে এশ কিতাপ গ্ৰন্থকাৰক বিনা মূল্যে দিছিল আৰু বাকী ন শ কিতাপ লাভ নাৰাখি সামান্য মূল্য লৈ বিক্ৰি কৰিছিল। এবাৰতকৈ অধিক ছপা কৰা নহৈছিল আৰু এখন কিতাপ এহেজাৰতকৈ সৰহ কিতাপ ছপা কৰা নহৈছিল। কিতাপখনে পচুৰৈ সমাজৰ আদৰ পালে তাৰ পাচৰ সংস্কৰণ বিলাক গ্ৰন্থকাৰে নিজে প্ৰকাশ কৰিবৰ অধিকাৰ আছিল।

মহাৰণৰ বিসদৃশ পৰিস্থিতি আৰু গোসাঁইদেৱৰ আকস্মিক মৃত্যুৰ কাৰণে বৰ্ত্তমান এই কাণ্ডৰ কাম আজি ৭।৮ বছৰ স্থগিত আছে কিন্তু ধনৰ ভঁৰালটো নাই-নুই হোৱা নাই। এতিয়ালৈকে ৭।৮ হেজাৰ টকা অ'ত ত'ত পৰি আছে। বৰ্ত্তমান শিক্ষা বিভাগৰ ডাইৰেক্টৰ ৺গোসাঁইদেৱৰ বৰ জোঁৱাই শ্ৰীযুক্ত উমাকান্ত গোস্বামী এম, এ, বি, এল দেৱে এই টকা গোট খুৱাই পুনৰ নতুন উপযুক্ত কিতাপ প্ৰকাশ কৰিবলৈ ইচ্ছা কৰা গ্ৰন্থকাৰক সাহায্য দিবলৈ যো-জা কৰিছিল। বৰ্ত্তমান এই কাণ্ডৰ পৰিচালক হৰ অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ, যেতিয়া যিজনেই থাকে।

## ডেকা কালত গোসাঁইদেৱ

এচিষ্টেণ্ট ইনস্পেক্টৰ হৈ থকা কালত গোসাঁইদেৱ চকমকা ডেকা। তেতিয়া তেওঁ ব্ৰিচেচ ( Breeches ) আৰু কীৰল চোলা পিন্ধি-

ছিল আৰু মুখত চুটিকৈ ছাটা ডাড়ি ৰাখিছিল। সেই সময়ত তেওঁ ঘোঁৰাতেই যাওক বা চাইকেলতে যাওক বা খোজ কাঢ়িয়েই যাওক লগত যোৱা তলৰ কৰ্ম্মচাৰী সকল তেওঁৰ লগত গৈ গলদঘৰ্ম্ম হৈ পৰিছিল। তেওঁৰ উদ্যম আৰু শক্তিৰ কথা লগত কাম কৰা কৰ্ম্ম-চাৰী সকলৰ মুখে মুখে অনেক শুনা যায়। এটা কৌতুকজনক ঘটনাৰ কথা এইখিনিতে কৈ থলে বোধকৰোঁ অপ্ৰাসঙ্গিক নহব।

গোসাঁইদেৱ এচিষ্টেণ্ট স্কুল ইনস্পেক্টৰ। মাজুলীলৈ স্কুল চাবলৈ যাব। মৌলবী আব্দুৰ ৰহমান যোৰহাটৰ ডেপুটী ইনস্পেক্টৰ। মাজুলীবাসী লোকসকলে শিক্ষকৰ যোগে গম পাইছে যে, স্কুল চাবলৈ দুজন শিক্ষা বিভাগৰ কৰ্ম্মচাৰী আহিব এজন গোসাঁই, এজন মুছলমান। কিন্তু মৌলবী চাহাবৰ মুখ পৰিষ্কাৰকৈ খুৰোৱা গোসাঁইৰ মুখত ডাড়ি।

মাজুলিৰ লোক গোসাঁই ভক্ত। তেওঁলোকে গোসাঁইক আদৰি-বলৈ তামোল-পাণৰ শৰাই সজাই থৈ আছে। দুয়ো গৈ স্কুলত ৰহিল। মৌলবী চাহাবৰ আগত শৰাই থৈ ৰাইজে সেৱা কৰিলে। কিয়নো তেওঁলোকে ভাবিছিল যে, ডাড়ি থকাজনেই মুছলমান। ঘটনাৰ গুৰুত্ব বুজি লগৰ সকলোৱে অস্বস্তি বোধ কৰিলে; কিন্তু গোসাঁইদেৱে মনে মনে কৌতুক বোধ কৰিলে।

গোসাঁইদেৱৰ পৰিদৰ্শন সম্পৰ্কে বহুতো ঘটনা আছে। তাৰে দুটামান মাত্ৰ তুলি দিলোঁ।

গুৱাহাটী কামৰূপ একাডেমি হাইস্কুল। তাত এজন নতুনকৈ এম, এ, পাচ কৰা বঙালী শিক্ষক লৈছিল। ৺গোসাঁইদেৱে

সম্পূৰ্ণ এটা পিৰিয়ড ৰাবাপ্ৰত থিয় হৈ তেওঁ পঢ়োৱা ৰীতি পৰিদৰ্শন কৰিলে। স্কুল পৰিদৰ্শন শেষ কৰি তেওঁক অফিচলৈ মাতি আনি কৈছিল—"আপুনি কলেজৰ লেকচাৰাৰ পদৰ কাৰণে চেষ্টা কৰা উচিত ; স্কুলৰ কাৰণে উপযোগী নহয়। স্কুলত লাগে নিজে কমকৈ কোৱা আৰু ছাত্ৰৰ পৰা বেছিকৈ আদায় কৰা মানুহ।"

নৰ্ম্মাল স্কুলৰ ছাত্ৰসকলৰ কাম বেয়া দেখিলে তেওঁ অধীৰ হৈ পৰিছিল। এবাৰ এখন স্কুল চাই একজনৰ পঢ়োৱা প্ৰণালী আৰু কাম-কাজত অসন্তুষ্ট হৈ তেওঁক অফিচলৈ মাতি আনি কঢ় স্বৰে সুধিছিল—"তুমি কোন চনত নৰ্ম্মাল স্কুলত পঢ়িছিলা? পাচ কৰিলানে ফেল মাৰিলা?" শিক্ষকজনে পাচ কৰা বুলি কোৱাত তেওঁ আশ্চৰ্য্য হৈ কৈছিল—"তোমাৰ চাৰ্টিফিকেটখন মোক ঘূৰাই দিবা। সেইখন মই পুৰি পেলাম। তুমি নৰ্ম্মাল স্কুলৰ বদনাম আনিলা।"

৺গিৰীশ ৰায় চৌধুৰীদেৱে কৈছিল—"গোসাঁয়ে এচিষ্টেণ্ট ইনস্পেক্টৰ কাম কৰি থকা সময়ত চাঁদাগুৰি প্ৰাইমাৰি স্কুল চাবলৈ গৈছিল। চাঁদাগুৰি ধুবুৰী মহকুমাৰ বঙাইগাঁও ষ্টেচনৰ পৰা উত্তৰে আঠে মাইলমান দূৰত।

তেতিয়া ধুবুৰী মহকুমাৰ ডেপুটি ইনস্পেক্টৰ আছিল এজন বয়সীয়া মুছলমান মানুহ। ইমানবোৰ অভিজ্ঞ বুঢ়া মানুহ থাকোঁতে ফুকনীয়া ডেকা ল'ৰা এটা এচিষ্টেণ্ট ইনস্পেক্টৰ হোৱাত তেওঁ ক্ষুব্ধ হৈছিল। সেই কাৰণে তেওঁ নিজ নপৈ আমাক পঠিয়ালে। মই তেতিয়া তাৰ স্কুল চব্ ইনস্পেক্টৰ।

বৰ্ত্তাইগাঁও বঙলাৰ পৰা বাতিপুৱা গোসাঁইদেৱ আৰু মই স্কুল চাবলৈ গলোঁ। কছাৰী গাঁৱৰ স্কুল। শিক্ষক জনো কছাৰী। ল'ৰাৰ সংখ্যা কম। শিক্ষাদান আশানুৰূপ হোৱা নাই। কোনোবা এটা শ্ৰেণীত ল'ৰাবোৰক এটা অঙ্ক কৰিবলৈ দিয়া হ'ল। বেছি ভাগ ছাত্ৰই নোৱাৰিলে। শিক্ষকক বুজাই দিবলৈ কোৱা হ'ল। শিক্ষকেও কৰি কৰি গৈ মাজতে কিবা এটা ভুল কৰিলে। ততা-লিকে গোসাঁইদেৱ ছাত্ৰ আৰু ব্লেকবোৰ্ডৰ মাজত ভুলটো আঁৰ কৰি থিয় হ'ল, আৰু নিজে শুধৰাই দি ল'ৰাবোৰক চাবলৈ দি তাৰ পৰা আঁতৰি আহিল। আন কোনো সাধাৰণ তৰপৰ পৰিদৰ্শক হলে জলি-পকি শিক্ষকক যথেচ্ছা তিৰস্কাৰ কৰিলেহেঁতেন। ৺ গোসাঁই দেৱৰ ধৈৰ্য্য, শিক্ষক সকললৈ সহানুভূতি আৰু সহৃদয়তা দেখি সকলো মুগ্ধ হ'ল। শিক্ষকজনৰো সন্মান ৰক্ষা হ'ল, আমিও শিক্ষা পালোঁ।"

## স্কুল ইনস্পেক্টৰ

১৯২৮ চনত গোসাঁইদেৱ অসম উপত্যকাৰ স্কুল ইনস্পেক্টৰ হয়। স্কুল ইনস্পেক্টৰ ৰূপে গোসাঁয়ে বিশেষকৈ অসমৰ দাঁতি কাষৰীয়া পৰ্ব্বতীয়া অঞ্চলত, নগাপাহাৰ, গাৰো পাহাৰ আদিৰ বাসিন্দাসকলৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। অসমৰ আশে-পাশে থকা এই জাতিবোৰক বাদ দি অসমীয়া জাতি তিষ্ঠিব নোৱাৰে; আৰু অসমীয়া মানুহৰ লগত সম্বন্ধ ত্যাগ কৰি এই জাতি বোৰেও শিক্ষা সভ্যতা আদিৰ পোহৰ পাব নোৱাৰে। গোসাঁয়ে এই কথা মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল আৰু সেইবাবেই পৰ্ব্বতীয়া

জাতিবোৰৰ মাজতো যাতে অসমীয়া ভাষা প্ৰচাৰ হয়, তাৰ বাবে চেষ্টা কৰিছিল।

অকল পাহাৰীয়া জাতিবোৰৰ মাজতেই নহয়, মিৰি, মিকিৰ, লালুং, কছাৰী আদি দাঁতি কাষৰীয়া সকলো জাতিৰ মাজত অসমীয়া ভাষা প্ৰচাৰ হোৱাটো সকলোৰে কাৰণে হিতকৰ হব বুলি তেওঁ বিবেচনা কৰিছিল। এই ঠাইবোৰত কম বেছি পৰিমাণে আমেৰিকান মিচনাৰী সকলে খৃষ্টান ধৰ্ম্ম আৰু ইংৰাজী ভাষা প্ৰচাৰ কৰিবলৈ যেহে-কেহে যত্ন কৰি আছে। ৺গোসাঁইদেৱে ভালকৈ জানিছিল যে, এই জাতিবোৰৰ জাতীয় কল্যাণ সাধিবলৈ হলে অসমীয়া ভাষা, সভ্যতা, কৃষ্টি আদিৰ পৰা এওঁলোকক বিচ্ছিন্ন ৰাখিলে নচলিব। তাকে কৰিবলৈ দিলে তেওঁবিলাক সাগৰৰ মাজৰ দ্বীপৰ দৰে বিচ্ছিন্ন হৈ থাকিব। গতিকে এওঁলোকে অসমৰ লগত সম্বন্ধ ৰাখি চলিবই লাগিব। এই ভাৱকে কাৰ্য্যত পৰিণত কৰিবলৈ যাওঁতে তেওঁ ওপৰৱালা সকলৰো অনেকৰ লগত অনেক বাক-বিতণ্ডা কৰিবলগীয়া হৈছিল।

এই পৰ্ব্বতীয়া জাতিবোৰৰ ভাষাৰ নিজৰ আখৰ নাই। সেই বাবে সিহঁতৰ মাত-কথাবোৰ লিখিবলৈ হলে কোনো প্ৰকাৰৰ আখৰৰ আৱশ্যক হবই হব। মিচনাৰীসকলে আগতে সেইবোৰ ঠাইত সোমাই ৰোমান আখৰ ব্যৱহাৰ কৰি ইংৰাজী মাত-কথাৰ সহায়ত ইবিলাকক পশ্চিমীয়া সভ্যতাৰ প্ৰতি অনুৰাগ বঢ়াবলৈ যত্ন কৰি আছে। ইয়াৰ বিৰুদ্ধে অসমীয়া ভাষা প্ৰচাৰ কৰিবলৈ হলে যুঁজ দিবলগীয়া হোৱাটো স্বাভাৱিক কথা। গোসাঁইদেৱে অনেক ঠাইত এনে যুঁজ দিবলগীয়া হৈছিল।

এবাৰ তেওঁ তলতীয়া কৰ্ম্মচাৰী হৈও মিকিৰ ভাষাৰ লিপি সম্বন্ধে আলোচনা কৰি ডাইৰেক্টৰ স্মল চাহাবলৈ লিখিছিল— "যেভাবেও হণ্ট্লে মিকিৰ ভাষাৰ নিৰ্ম্মলতা সম্বন্ধে এটা অতিৰঞ্জিত বৰ্ণনা দিছে। বাইজৰ পৰা যিসকলৰ নামত দৰখাস্ত দিয়া হৈছে, তেওঁলোককো সেইদৰে বুজাই দেখুৱা হৈছে। এই প্ৰসঙ্গত মই উনুকিয়াব খোজোঁ যে, ইউৰোপীয়ান আৰু আমেৰিকানসকল বিদেশী ভাষা বিকৃত কৰি উচ্চাৰণ কৰাত পাকৈত। মই এনে কোনো এজন ইউৰোপী-য়ান বা আমেৰিকান পোৱা নাই, যি অসমীয়া বা বঙলা বা হিন্দীৰ উচ্চাৰণ বিকৃত নকৰাকৈ কব পাৰে। মিকিৰ ভাষা মই নিজে নাজানিব পাৰোঁ, তথাপি আমেৰিকান বেপ্তিষ্ট মিচনৰ লোকসকলে যে মিকিৰ ভাষা ভালকৈ জানে, তাত মোৰ ঘোৰ সন্দেহ আছে।

ৰোমান আৰু সংস্কৃত লিপিৰ তুলনা কৰি এইটো ডাঠি কব পাৰি যে সংস্কৃতকৈ ৰোমান আখৰেৰে মানুহৰ মাত বেছি ভালকৈ প্ৰকাশ কৰিব পাৰি বুলি মূৰ্খইহে মাথোন মত প্ৰকাশ কৰিব। ইয়াকে কওঁতে মই ৰোমান আখৰ প্ৰয়োগৰ অন্য সুবিধাবোৰৰ কথা পাহৰা নাই। কথা হৈছে, মিকিৰ ছাত্ৰবোৰে দুটা ভাষাৰ আখৰ শিকা উচিত হব নে, মাত্ৰ এটাৰ? যদি এটাৰ, তেনেহলে মোৰ বোধেৰে ৰোমান আখৰতকৈ অসমীয়া আখৰক প্ৰাধান্য দিব লাগে।"

স্কুলত মিকিৰ ভাষাৰ প্ৰচলন সম্বন্ধে তেওঁৰ মত আছিল— পাহাৰৰ ওপৰত থকা মিকিৰ ছাত্ৰবোৰক প্ৰথম খণ্ডত দুবছৰলৈ মিকিৰ ভাষা শিকাব লাগে আৰু প্ৰথম মান শ্ৰেণীৰ পৰা অসমীয়াত শিকাব লাগে। তাৰ পাছত কেৱল অসমীয়া আৰু ইংৰাজী শিকাব লাগে। প্ৰাইমাৰি স্কুলৰ তলৰ শ্ৰেণীত দুবছৰলৈ মিকিৰ ভাষাত শিক্ষা দিয়াৰ উদ্দেশ্য



চৰকাৰী চাকৰিয়াল অব্ৰস্থাত ৺গোস্বামী ডাঙৰীয়া

মতৰ বিৰুদ্ধবাদী লোক যে ওলাব, তাক মই ভালকৈ জানো। তথাপি নগাবোৰৰ ভালৰ কাৰণে শিক্ষা বিষয়ত যিটো বিশুদ্ধ পন্থা বুলি মই ভাবোঁ, তাকেই সকলোৰে আগত দাঙি ধৰিম। আগামি আৰু আও নগাত উপযুক্ত কিতাপ লিখাবি লাগিব।"

পৰ্ব্বতীয়া জাতিৰ ল'ৰাবোৰে অসমীয়া ভাষা শিকাৰ প্ৰয়োজনৰ কথা উল্লেখ কৰি তেওঁ আৰু কৈছিল——

"Unless a Mikir, a Garo or a Naga is familar with Assamese, his field for employment is necessarily restricted to his hill alone, and this can hardly give employment to a dozen of educated youngmen from the stage of Matriculation to that of Graduation. In the Garo Hills there are two graduates who have been without employment for several years, simply because they do not know Assamese and can not be employed in Assam Valley Schools."

নগা পাহাৰতো ইংৰাজীৰে শিক্ষা হব লাগে বুলি এসময়ত এটা আন্দোলন চলিছিল। বহুত শিক্ষিত নগা ভদ্ৰলোকে মিচনেৰী সকলৰ প্ৰৰোচনাত তাক সমৰ্থন কৰিছিল। ডাইৰেক্টৰ স্মল চাহাবে গোসাঁইদেৱৰ মত লোধাত তেওঁ লিখিছিল:—

"কোনেও আসৈ মাতিৰ নোৱাৰে যে, ভৈয়ামৰ কছাৰী, বাভা, মিকিৰ, লালুং আদি জাতিসকলৰ দৰে নগাবিলাকো অসমীয়া ভাষা-ভাষী। সেই কাৰণে মোৰ বোধেৰে নগাসকলৰ হিতৰ কাৰণেই নগা ছাত্ৰবোৰক অসমীয়া ভাষা শিক্ষা দিব লাগে। ৱেলচ আৰু স্কটলেণ্ডৰ মানুহে নাইবা আমেৰিকাৰ ইংৰাজী কোৱা মানুহে ইংৰাজীক শিক্ষাৰ বাহন কৰি লোৱা যি কথা, নগাসকলে অসমীয়া ব্যৱহাৰ কৰা,

তাতোকৈ আৱশ্যকীয় কথা।.........বিসকল নগাই এতিয়া অসমীয়া কয়, তেওঁলোকৰ মাজত অসমীয়াৰ পৰিবৰ্ত্তে এদিন ইংৰাজী প্ৰচলন হব বুলি ভবাটো এটা নিৰৰ্থক সপোন।"

নগাসকলৰ কাৰণে মেট্ৰিকুলেচনত অসমীয়া ভাষাৰ শিক্ষা দিবৰ কাৰণে ৺গোসাঁইদেৱে কলিকতা বিশ্ববিদ্যালয় আৰু শিক্ষা বিভাগৰ ডাইৰেক্টৰৰ লগত বহুত লিখালিখি কৰিব লগীয়া হৈছিল। পৰ্ব্বতীয়া জাতিবোৰৰ লগত অসমীয়া ভাষা আৰু অসমীয়া লোকৰ ভবিষ্যৎ সম্বন্ধ কেনেকুৱা হোৱা উচিত,—সেই কথা বুজাবলৈ গৈ তেওঁ এখন চিঠিত সেই সময়ৰ কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ ডাঃ শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে কোৱা কথাতেই কৈছিল—

"I personally feel while everything possible should be done to encourage these tribes to preserve and develop their own language and culture; we should also attempt to provide for them a full scope for their participation along with other residents of Assam, in the wider national life of the province. I do not want them to develop as a seperate entity politically nor does any one wish that they should be anything but Indian in thought, outlook and activity."

এইদৰে পাঁতি কাষৰীয়া জাতিবোৰৰ মাজত অসমীয়া ভাষা প্ৰচলনৰ কাৰণে ৺গোসাঁইদেৱ সদায় সতৰ্ক আছিল।

## গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনত গোঁসাইদেৱৰ দান

অসমত অসমীয়া জাতিৰ কাৰণে বিশ্ববিদ্যালয় এটা স্থাপন কৰা ৺গোসাঁইদেৱৰ বহুদিনীয়া সপোন আছিল। ইনস্পেক্টৰ পদৰ পৰা

১৯৪৩ চনত অৱসৰ লৈ যেতিয়া আহৰি পালে, তেতিয়া তেওঁ এই উদ্দেশ্যে কাম কৰিবলৈ মনস্থ কৰিলে। ইয়াৰ কাৰণে তেওঁ প্ৰথমে "জয়ন্তী" কাকতত "গুৱাহাটী বিশ্ববিদ্যালয়" বুলি গোটাচেৰেক প্ৰবন্ধ লিখিছিল; আৰু তাৰ সহায়ত অসমীয়া ৰাইজৰ মাজত বিশ্ব-বিদ্যালয়ৰ চিন্তা জগাই তুলিছিল। ইয়াৰ ফলত ৺গোসাঁইদেৱলৈ চাৰিও ফালৰ পৰা বিশ্ববিদ্যালয় স্থাপনৰ বিষয়ে নানা প্ৰকাৰ চিঠি পত্ৰ আহিবলৈ ধৰিলে, বহুতে তেওঁক এই কাম সোনকালে হাতত লবলৈও অনুৰোধ কৰি পঠালে। ৺গোসাঁইদেৱে সকলো ফালৰ পৰা উৎসাহ আৰু উদ্দীপনা পাই, অবিলম্বে এই কাম হাতত ললে। তেওঁৰ কল্পিত বিশ্ববিদ্যালয়ৰ আঁচনি এটা তাহানি কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি হিচাবে পাঠ কৰা অভিভাষণতেই দিছিল।

কলিকতা বিশ্ববিদ্যালয়ৰ লগত সম্বন্ধ বিচ্ছেদ কৰা ৺গোসাঁইদেৱৰ উদ্দেশ্য নাছিল। বৰঞ্চ দুয়োখন বিশ্ববিদ্যালয়ৰ প্ৰত্যেকে আনখনৰ পৰিপূৰক হিচাবে থকাটোহে তেওঁৰ বাঞ্ছা আছিল। বিজ্ঞান বিষয়ৰ গৱেষণা কলিকতা বিশ্ববিদ্যালয়ত সুন্দৰভাৱে হৈছে আৰু আগতেই হওক। অসমত ভাষা বিজ্ঞান, ঐতিহাসিক অনুসন্ধান, উদ্ভিদ বিদ্যা আদি চৰ্চ্চাৰ সুন্দৰ সুবিধা আছে। গতিকে অসম বিশ্ববিদ্যালয়ত এইবোৰ গৱেষণা চলিব লাগে। অসম বিশ্ববিদ্যালয়ত অসমীয়া জাতিৰ কৃষ্টি, সভ্যতা, ভাষা আদিৰ বৈশিষ্ট্য ৰক্ষা কৰি এইবোৰৰ সম্যক উন্নতিৰ কাৰণে যত্ন হব লাগে—এয়ে আছিল ৺গোসাঁইদেৱৰ মূল উদ্দেশ্য। সেই কাৰণেই অসমত পাতিব খোজা বিশ্ববিদ্যালয়ৰ নাম ৰাখিছিল গুৱাহাটী বিশ্ববিদ্যালয়। নহলে অসম

বিশ্ববিদ্যালয় নাম হলে শ্ৰীহট্টয়ো শ্ৰীহট্টৰ ভাষা কৃষ্টি আদিৰ চৰ্চ্চাৰ কাৰণে টনা-আঁজোৰা কৰিব পাৰে—এয়ে আছিল ভয়।

১৯৪৪ চনত অসম বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে যি প্ৰবল আন্দোলন চলিছিল, ইয়াৰ পৰিচালক আৰু গতি নিৰ্ব্বাহক আছিল ৺গোসাঁইদেৱ। এই কথা কোনোৱে আসৈ নামাতে আৰু মাত্তিবও নোৱাৰে। ৺গোসাঁইদেৱে ১৯৪৪ চনৰ ২৯ ডিচেম্বৰত গুৱাহাটীত বহা ইউনিৰ্ভাচিটি কনভেঞ্চনৰ আহ্বানকাৰী আৰু চেক্ৰেটাৰী আছিল। কিন্তু বিধাতাৰ বিধানত তেওঁ তাত উপস্থিত থাকিবলৈ নাপালে। কিয় কেনেকৈ নাপালে, সি এটি অতি কৰুণ কাহিনী।

চৰকাৰী কামৰ পৰা অৱসৰ লোৱাৰ পিচতো চৰকাৰৰ ঘৰে তেওঁক এৰি দিয়া নাছিল। প্ৰাথমিক শিক্ষা বিল তৈয়াৰ কৰিবলৈ তেওঁক আকৌ ছিলঙলৈ আনিছিল। সেই বছৰতে (১৯৪৪ চনত) উদয়পুৰত বহা Historical Records Commissionলৈ চৰকাৰে তেওঁক অসমৰ প্ৰতিনিধি পাতি পঠায়।

সেই অনুসাৰে তেওঁ নবেম্বৰ মাহৰ ২৭. তাৰিখে উদয়পুৰলৈ যায়। লগত গৈছিল তেওঁৰ প্ৰিয়তমা পত্নী, এটা চাকৰ আৰু জনাৰ্দ্দন দেৱালয়ৰ দলৈ শ্ৰীযুক্ত গোলাপ চন্দ্ৰ শৰ্ম্মা। এই যাত্ৰাত দক্ষিণ আৰু পশ্চিম ভাৰতৰ কেইখনমান বিখ্যাত তীৰ্থস্থান দৰ্শন কৰাটোও তেওঁলোকৰ উদ্দেশ্য আছিল। পত্নী আৰু দলৈদেৱক লগত নিয়াৰ প্ৰধান কাৰণ সেয়ে। কিয়নো সস্ত্ৰীক তীৰ্থ-ভ্ৰমণ হিন্দুৰ বিধান আৰু পুণ্যাৰ্হ কথা।

তেওঁলোক যাওঁতে বাটত কলিকতাত দুদিন আৰু দিল্লীত তিনি দিন থাকি যায়। তাৰ পাচত সম্মিলনৰ নিৰ্দ্দিষ্ট দিনলৈ [illegible]

দেখি তেওঁলোক জয়পুৰ আৰু আজমীৰত গোৱাই সেইবোৰ ঠাই চাই যায়। আজমীৰৰ পৰা ত্ৰিশ মাইল দূৰত পুৰাণ প্ৰসিদ্ধ পুষ্কৰ হ্ৰদ। ৺গোসাঁইদেৱে তাত গৈ নিয়মানুসাৰে চৈধ্য পুৰুষৰ পিণ্ড দান কৰে। অকল সেযে নহয়, এই সুযোগতে তেওঁ মৃত ইষ্ট-মিত্ৰ, আত্মীয়-কুটুম্ব, চাকৰ-বাকৰ, যাৰে কথা মনত পৰিছিল, তেওঁৰ নামেই হেনো পিণ্ড দান কৰিছিল।

ইয়াৰ পাচত ওচৰ-পাঁজৰৰ ঠাইবোৰ চোৱা হলত তেওঁলোকে উদয়পুৰৰ ঐতিহাসিক সম্মিলনলৈ যাত্ৰা কৰে। এই সম্মিলনত ৺গোসাঁইদেৱে "উমানন্দ দেৱালয়লৈ বাদচাহ আউৰঙ্গজেবৰ ভূমিদান" শিতানৰ এটি প্ৰবন্ধ পাঠ কৰে। এই প্ৰবন্ধৰ বিষয়ে পুৰাতত্ত্ব অধ্যায়ত বহলাই কোৱা হ'ব।

## গোসাঁইদেৱৰ আকস্মিক প্ৰয়াণ

উদয়পুৰৰ সম্মিলন শেষ কৰি ১৩ ডিচেম্বৰ তাৰিখে ৺গোসাঁইদেৱৰ দলে বলে আহি দিল্লীত উপস্থিত হয়। দিল্লীত তেওঁলোকক কেবা ঠাইতো কেবাজনেও আলহী থাকিবলৈ নিমন্ত্ৰণ কৰিছিল। উদয়পুৰলৈ যাওঁতে দিল্লীৰ স্কাউটসকলৰ আগ্ৰহ দেখি তেওঁলোকৰেই আতিথ্য গ্ৰহণ কৰিছিল। এইবাৰো স্কাউটসকলে তেওঁলোকৰ অতিথি হবলৈ বৰকৈ ধৰিছিল; কিন্তু ৰেল ষ্টেচনৰ পৰা তেওঁলোকৰ কাৰণে থকা ঠাই বহু দূৰত ঠিক কৰি ৰখাৰ কাৰণে ৺গোসাঁইদেৱ তালৈ যাবলৈ সন্মত নহল। ইফালে হৰিজন সেৱক সংঘৰ সভাপতি ঠক্কৰ বাপাই আলহী থকা বিৰলা ভৱনত (Guest house আত) তেওঁলোকৰ কাৰণে দুটা কোঠালি ঠিক কৰি ৰাখিছিল। আলহীঘৰো ৰেল ষ্টেচনৰ পৰা দূৰত। সেই কাৰণে তেওঁলোক আলেক্সে নগ'ল।

শ্ৰীযুত দুলাল চন্দ্ৰ বৰুৱাই তেখেতৰ ঘৰত আলহী হবলৈ ৺গোসাঁই-দেৱক মাতি পঠাইছিল। ৺গোসাঁইদেৱ কলৈকো নগৈ সদলে ষ্টেচনৰ ওচৰতে থকা হোটেল এটাত উঠিল।

পিচদিনা পুৱা শ্ৰীযুত দুলাল বৰুৱা নিজে আহি হোটেলত ওলালহি ; আৰু তেওঁৰ ঘৰলৈ নোযোৱা কাৰণে খং কৰিলে। নিৰুপায় হৈ তেওঁলোক অগত্যা হোটেল এৰি সেই দিনাই বৰুৱাৰ ঘৰলৈ যাবলৈ বাধ্য হ'ল। বৰুৱাৰ ঘৰলৈ পোনে পোনে নোযোৱাৰ কাৰণ আছিল, উদয়পুৰতে গোসাঁনীৰ অৰ-কাহ হৈছিল। সেই অসুখ তেতিয়াও ভাল হোৱা নাছিল। এনে অৱস্থাত দলেবলে গৈ আনক আমনি কৰা উচিত নহব বুলি ভাবি বৰুৱাৰ ঘৰলৈ যোৱা নাছিল। কিন্তু শেষত বৰুৱাদেৱৰ আগ্ৰহ দেখি নগৈ থাকিব নোৱাৰিলে।

১৪ ডিচেম্বৰ, ১৯৪৪ চনৰ দিনা গৈ তেওঁলোক শ্ৰীযুত দুলাল বৰুৱাৰ ঘৰত আলহী হ'ল ; আৰু নিজৰ ঘৰত থকা দি থাকিবলৈ ললে। ১৫ তাৰিখে গোসাঁইদেৱে দিল্লীৰ স্কাউটবিলাকৰ অনুৰোধ এৰাব নোৱাৰি সিবিলাকৰ এখন সভাত "বেজ" বিলাইছিল ; আৰু সেই ৰাতিয়েই স্কাউটসকলে কৰা এখন থিয়েটাৰ চাবলৈকো গৈছিল।

পিচ দিনাখন খবৰ পোৱা গ'ল যে, ১৯ তাৰিখৰ আগতে তেওঁ-লোকে হাওবালৈ টিকট নাপায়। গতিকে সেই তাৰিখলৈকে তেওঁ-লোক তাতে থাকিবলগীয়া হ'ল।

১৭ ডিচেম্বৰৰ দিনা ৰাতিপুৱা ৫ বজাতেই উঠি গোসাঁইদেৱে সকলোক এলাহাবাদলৈ যাবৰ কাৰণে পাইক-পইচা দি পঠায়। তাৰ

পাচত আন দিনাৰ দৰে সেইদিনাও ৺ গোসাঁইদেৱে আঠমান বজাতেই গা-পা ধুই চাহ-জলপান খাই উঠিছে। লগত নিয়া চাকৰটোৰ হাতত অলপ ঘা হোৱাৰ কাৰণে তেওঁ নিজেই তিওৱা চুৰিয়া চেপি মেলি দিলে। এনেতে তেওঁ বাওঁ হাতখন অলপ জিন্‌জিনায় যেন অনুভৱ কৰিলে। হাত-ভৰি জিনজিনোৱা একো অস্বাভাৱিক নহয়। সময়ে সময়ে সকলোৰে তেনেকুৱা হয়। তাৰ বাবে চিন্তা কৰিবলগীয়া একো নাই। ৺ গোসাঁইদেৱেও তালৈ একো মন নকৰিলে। তেওঁ ভিতৰলৈ সাজ সলাবলৈ গ'ল। তাৰ খন্তেক পাচতেই "গাটো বেয়া লাগিছে" বুলি তেওঁ পত্নী আৰু দুলাল বৰুৱাক ওচৰলৈ মাতিলে। দুয়ো আহি ততালিকে তেওঁক ধৰি বিছনাত শুৱাই দিলে। বৰুৱাই গৈ তেতিয়াই এজন ডাক্তৰ লৈ আহিল। সেইখিনি সময়ৰ ভিতৰতে গোসাঁয়ে গোসাঁনীক চিৰকাললৈ হাঁহিমুখেৰে যৰম আশীৰ্ব্বাদ জনালে। বৰুৱা ঘূৰি আহি তেওঁ আৰু ৺ গোসাঁইদেৱৰ মাত নাপালে। বিছনাত শুৱাই দিয়াৰ পৰা আধা ঘণ্টা মানলৈ তেওঁৰ মাত-কথা আছিল। তাৰ পাচত ক্ৰমে মাত বন্ধ হৈ আহিল আৰু শৰীৰৰ জ্ঞানো নোহোৱা হ'ল।

বৰুৱাৰ ঘৰত হুৱাদুৱা লাগিল। ততালিকে চাৰিওফালে টেলিগ্ৰাম কৰা হ'ল। ছিলঙত থকা জোঁৱায়েক শ্ৰীযুত গোকুল গোস্বামীলৈ, চিমলাত থকা ভতিজাক শ্ৰীযুত প্ৰমোদ গোস্বামীলৈ প্ৰথমে দুখন টেলিগ্ৰাম কৰা হ'ল।

গোসাঁনীৰ কথামতে বৰুৱাই আৰু দুজন ডাক্তৰ আৰু এজনী নাৰ্চ আনালে। খবৰ পাই হৰিজন সংঘৰ চেক্ৰেটৰী শ্ৰীযুত শ্যামলাল

আৰু দিল্লীৰ স্কাউট মাষ্টাৰ শ্ৰীযুত ভাটনাগৰো ৺গোসাঁইক চাবলৈ আহিল। শ্যামলালৰ মুখে ডাক্তাৰ বিধান ৰায় সেই সময়ত দিল্লীত থকা বুলি জানিলে। গোসাঁনীয়ে তৎক্ষণাৎ মানুহ পঠিয়াই তেওঁকো নিয়ালে। ডাক্তাৰ ৰায়ক পাই সকলোৰে মুখ অলপ উজ্জ্বল হ'ল। আশা আহিল। কিন্তু বিধাতাৰ বিধানক বাধা দিবৰ সাধ্য কাৰ? অনেক যত্ন কৰিও ডাক্তৰসকলে ৺গোসাঁই-দেৱৰ জ্ঞান ঘূৰাই আনিব নোৱাৰিলে। ১৯ ডিচেম্বৰ ৰাতি ৮ বজালৈ এইদৰে অজ্ঞান অৱস্থাতে পৰি থাকি সকলোকে কন্দুৱাই ৺গোসাঁই-দেৱে চিৰ বিদায় ললে।

হৰিজন সংঘৰ ঠক্কৰ বাপা সেই সময়ত চিমলাত আছিল। শ্ৰীযুত প্ৰমোদ গোসাঁই ১৯ তাৰিখে চিমলাৰ পৰা আহি ৺গোসাঁই-দেৱক দেখিলে। শ্ৰীযুত গোকুল গোস্বামীয়ে সেই দিনাই ছিলঙৰ পৰা গৈ তেওঁক দেখিবলৈ নাপালে।

৺গোসাঁইদেৱৰ মৃত্যু সম্বন্ধে এটা আচৰিত কথা এই যে, তেওঁ স্থিৰকৈ থৈ যোৱা মতে তেওঁৰ আদ্য শ্ৰাদ্ধৰ দিনাই গুৱাহাটী য়ুনিভাৰ্চিটি কন্‌ভেন্‌চনৰ দিন পৰিছিল, আৰু সেই মতে তেওঁ নিমন্ত্ৰণ কৰি থৈ যোৱা কন্‌ভেন্‌চনে তেওঁৰ পুণ্য স্মৃতিৰ তৰ্পণ কৰিবলৈ পাইছিল।

## গোস্বামীদেৱৰ কৃতিত্ব

গোসাঁইদেৱ আজীৱন চৰকাৰৰ চাকৰিয়াল আছিল। শিক্ষা বিভাগতে গোটেই জীৱন কাম কৰি অৱসৰ গ্ৰহণ কৰিছিল। তেতিয়া বৃটিছ শাসনৰ দিন। ৰজাঘৰ আৰু প্ৰজাঘৰৰ স্বাৰ্থত দ্বন্দ আছিল।

তথাপি গোসাঁইদেৱে এই স্বাৰ্থ দ্বন্দৰ মাজত থাকি একালে উচ্চতম ৰাজকৰ্মচাৰীৰ মন যোগাই নিজ কৰ্ম্মক্ষেত্ৰত সুনাম অৰ্জ্জা, লগে লগে দেশহিতকৰ বহুতো অনুষ্ঠানৰ লগত সংশ্লিষ্ট থাকি, বহুত ক্ষেত্ৰত সেই কাৰ্য্য পৰিচালনা কৰি তাৰো উন্নতি সাধন কৰাৰ কথা ভাবিলে তবধ মানিব লাগে। এইদৰে উভয় কূল ৰক্ষা কৰি গোসাঁইদেৱে উভয় ক্ষেত্ৰতে সমানে সুনাম থৈ যাব পৰাটোও তেখেতৰ জীৱনৰ প্ৰথম আৰু খাই কৃতিত্ব।

এই কৃতিত্বৰ গুৰিত দুটা কথা লুকাই আছে। এটা হল কৰ্ত্তব্য-নিষ্ঠা আনটো হল দূৰদৃষ্টি,—কোনো সমস্যা সম্যকভাবে গ্ৰহণ কৰি সমাধানৰ উপায় নিৰ্দ্ধাৰণ। কৰ্ত্তব্য নিষ্ঠা হিচাবে চাকৰিয়াল জীৱনত শিক্ষাৰ যোগে ছাত্ৰসকলৰ মাজত প্ৰিয়পাত্ৰ হব পৰা কম কথা নহয়। আকৌ তেখেতে চৰকাৰৰ ঘৰতো এজন বিচক্ষণ চাকৰিয়াল বুলি সততে সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল।

ইয়াৰ ভিতৰেদিও তেখেতে যিখিনি পাৰে দেশহিতকৰ কাৰ্য্য কৰাৰ সুযোগ সততে গ্ৰহণ কৰিছিল। শিক্ষা বিভাগৰ কৰ্মচাৰী হিচাবে নিশ্চয় "সাহিত্য সেৱাই" আৰু শিক্ষা বিষয়ত উন্নতিমূলক ব্যৱস্থাৰ আঁচনিয়েই তেখেতৰ খাই কাম আছিল। তেখেতৰ অন্তৰত যদি জাতীয়তা বোধ নাথাকিলহেঁতেন কিম্বা দেশ সেৱাৰ প্ৰতি ধাউতি নাথাকিলহেঁতেন তেন্তে গোসাঁইদেৱ সকলোৰে সমানে প্ৰিয়পাত্ৰ হব নোৱাৰিলেহেঁতেন। গোসাঁইদেৱে চৰকাৰৰ ঘৰৰ যি বিষয় বাব খাইছিল তাতোকৈ উচ্চ বিষয়বাব খোৱা কত লোক আছে। সিবিলাকৰ খবৰ কোনে কিমান ৰাখে? প্ৰতিজ্ঞে কাৰ্য্যক্ষেত্ৰত গোসাঁইদেৱৰ

এটা ব্যক্তিত্ব নিশ্চয় আছিল। আমি এই ছেগত সেই ব্যক্তিত্ব সম্বন্ধেই দুই চাৰিটি কাৰ্য্যৰ উল্লেখ কৰিম।

এসময়ত (১৯০৭-৮ চন) আমাৰ ভিতৰত উজনি অসমৰ ভাষা আৰু নামনি অসমৰ ভাষা লৈ এটা তৰ্কবাদ চলিছিল। সেই তৰ্কবাদৰ বাহন আছিল যাইকৈ দুখন মাহেকীয়া কাকত "বাঁহী" আৰু "আসাম বান্ধৱ"। বাঁহীৰ পৰিচালক হল ৺লক্ষ্মীনাথ বেজবৰুৱা আৰু আসাম বান্ধৱৰ পৰিচালক হল ৺তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ। তেখেতক সহযোগ কৰিছিল যাইকৈ ৺ভৰত দাস, ৺গঙ্গাৰাম চৌধুৰী, ৺কালীৰাম মেধি আৰু ডাঃ হৰেকৃষ্ণ দাস মহাশয়ে। প্ৰায় সমসাময়িক-ভাবে ৺পদ্মনাথ গোহাঁই বৰুৱাদেৱে "উষা" নামেৰে এখন মাহেকীয়া কাকত প্ৰকাশ কৰিছিল। "বাঁহী"ৰ লগত এই "উষা"ৰো ভাষাগত কথা লৈ তৰ্ক-বিতৰ্ক। সেই সময়ত গোসাঁইদেৱ আছিল কলেজৰ ছাত্ৰ। তেওঁ উক্ত তিনিওখন কাকতলৈ প্ৰবন্ধ লিখি পঠাইছিল।

১৯১২ চনত গোসাঁইদেৱ পোনতে ডেপুটি ইন্সপেক্টৰ হিচাবে যোৰহাটলৈ যায়। তাত কেইবাজনো পুৰণি বন্ধুৰ লগ হৈ সাহিত্য সভা এখন পতাৰ আলচ কৰিছিল। তাৰ যাই কাৰণ আছিল ভাষাগত চলিত বাদ-বিসম্বাদবোৰ দূৰ কৰিবৰ চেষ্টা। ইয়াৰ প্ৰতিবাদ কৰি দুই এজনে মন্তব্য কৰিছিল যে আমাৰ মাজত থকা অ-ভা-উ-সা সভা খনৰ যোগেই সেইখোন সেই উদ্দেশ্য সাধন কৰিব পাৰি। ইয়াৰ উত্তৰত গোসাঁইদেৱে কৈছিল যে সেই সভাৰ যি উদ্দেশ্য, তাৰ যি কাৰ্য্যধাৰা মই ছাত্ৰদৰে থাকি চাই দেখিছো যে তাৰ জৰিয়তে আমাৰ বৰ্ত্তমান উদ্দেশ্য সাধন কৰিব নোৱাৰি। গোসাঁইদেৱৰ ভাবটো সমৰ্থনকাৰী

যাইকৈ আছিল শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা, ৺দেবেশ্বৰ চলিহা, ৺দেবেন্দ্ৰনাথ বেজবৰুৱা আৰু শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা। মুঠতে তেখেতৰ চেষ্টাত ১৯১৪ চনত পোনতে 'যোৰহাট সাহিত্য সভা' স্থাপিত হল। যোৰহাটৰ গণ্যমান্য সকলো লোকেই তাত যোগ দিলে।

সেই সময়ৰ ভিতৰতে যোৰহাটত এটি থিয়েটাৰ হলো স্থাপিত হয়। তাৰ প্ৰধান উদ্যোক্তা আছিল ৺পম্পু সিং ই-এ-চি আৰু গোসাঁইদেৱ প্ৰধান সহায়কাৰী। ইযাৰ যোগেও সাহিত্য-সভাৰ কামত সহায়তা হৈছিল।

উজনি অসম আৰু নামনি অসমৰ ভাষাগত অৰিয়া-অৰি সম্পৰ্কে গোসাঁইদেৱে পৰবৰ্ত্তী কালত 'অসম সাহিত্য সভাৰ উৎপত্তি আৰু ক্ৰমবিকাশ' সম্বন্ধে নিজে লিখা ইতিহাসমূলক প্ৰবন্ধত এইদৰে লিখিছে,—"সেই সময়ত অসমীয়া ভাষাৰ সংকীৰ্ণতা ইমানেই বাঢ়িছিল যে শিৱসাগৰত নোকোৱা শব্দ এটা ব্যৱহাৰ কৰিলেই ভাষা চুৱা হল বুলি কিছুমান অসমীয়া লোকে চিঞৰি ফুৰিছিল। তেওঁলোকৰ অনেকে ভাবিছিল যে কামৰূপীয়া বা গোৱালপৰীয়া মাত-কথাটো বঙলুৱাই। সি শিষ্ট ভাষাৰ বহিৰ্ভূত। এনে সঙ্কীৰ্ণতাৰ ফলত নামনি অসমৰ অনেকেই অসমীয়া লিখিবলৈ ভয় কৰিছিল। মোৰেই মনত পৰে যে, কোনোটো শব্দ বা বাক্য লিখি ৰব সন্দেহ হয় ঠিক শিৱসাগৰীয়া ঠাঁচত উঠিল নে নাই। এনে অৱস্থাত কামৰূপত তেতিয়াও কেইজনমান ক্ষমতাপন্ন লোক আছিল, যিসকলে ভাবিছিল যে কামৰূপীয়া মানুহে উজনীয়াৰ ইমানবোৰ অত্যাচাৰ আৰু অবিচাৰ

(ভাষা বিষয়ত) সহন কৰাত কৰি বঙালী ভাষাকে গ্ৰহণ কৰা ভাল। গোৱালপাৰাত ৺প্ৰসন্নকুমাৰ ঘোষ আৰু তেওঁৰ সম্পৰ্কীয় শ্ৰীযুত ধৰ্ম্মনাৰায়ণ ঘোষৰ বাহিৰে ইবিলাকে অসমীয়া ভাষাৰ নাম শুনিলেই সাতডাল টাঙোন জোকাৰিছিল।”

অসমীয়া ভাষাৰ ক্ষেত্ৰত সেই সময়ত উপস্থিত হোৱা এনেবোৰ বিতণ্ডাৰ ওৰ পেলাই কেনেকৈ সবল আৰু কাৰ্য্যক্ষম কৰ্ম্মপন্থাৰ যোগে এনে সঙ্কীৰ্ণতা দূৰ কৰি সৰ্ব্বজনগ্ৰাহ্যভাবে আমাৰ ভাষা আকৌ পূৰ্ব্ব গৌৰৱত প্ৰতিষ্ঠিত কৰি ভৈয়াম আৰু পৰ্ব্বতীয়া অঞ্চলৰ মাজতো ইয়াৰ প্ৰসাৰ বঢ়াব পাৰি এয়ে গোসাঁইদেৱৰ প্ৰধান চিন্তা আছিল। সেই উদ্দেশ্য সাৰোগত কৰি আৰু মনত ৰাখি যোৰহাট সাহিত্য সভাৰ কাম পৰিচালনা কৰিবলৈ ধৰিলে।

এনেতে এটা সুযোগ মিলিল আৰু সেই ছেগ তেখেতে এনেয়ে যাবলৈ এৰি নিদিলে। সেই সময়ত (১৯১৬ চনত) কৰ্ণেল গৰ্ডন, অসম উপত্যকাৰ কমিচনাৰ চাহাবৰ সভাপতিত্বত যোৰহাটত এখন ডাঙৰ সভা পাতিছিল। তাত অসমৰ বহুতো গণ্যমান্য লোক গোট খাইছিল। এই সুযোগতে গোসাঁইদেৱে সাহিত্য সভাৰ এখন বিশেষ অধিবেশন পাতিলে। তাৰ সভাপতি হল ৺ফণীধৰ চলিহা। সেই সভাৰ কৃতকাৰ্য্যতা আৰু গোসাঁইদেৱৰ প্ৰবন্ধ পাঠত সকলো সন্তুষ্ট হল। তেখেতৰ প্ৰতিপত্তি এইদৰে সকলোৰে মাজত স্থাপিত হল। সেই সময়ত যোৰহাটবাসী সকলোৰে মাজত নিজৰ কৰ্ম্ম-কুশলতাৰ ফলত গোসাঁইদেৱৰ জনপ্ৰিয়তা অপ্ৰতিদ্বন্দ্বী আছিল বুলিলে অত্যুক্তি নহয়।

সিকালে সেই ১৯১৫-১৬ চনতে গুৱাহাটীত শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধাৰী, শ্ৰীযুত গৌৰীকান্ত তালুকদাৰ প্ৰভৃতিয়েও সেইদৰে সদৌ অসম সাহিত্য সভা এখন স্থাপন কৰাৰ কথাও বুজুৰাবা কৰিছিল। সত্যনাথ বৰা সেই সময়ত সাহিত্যক্ষেত্ৰত খ্যাতিমান লোক আছিল। তেখেতৰ পৰামৰ্শ আছিল যে এনেদৰে অসম সাহিত্য সভা পাতিবৰ সময় এতিয়াও হোৱা নাই। এতিয়া পাতিলে হিতে বিপৰীত হব পাৰে। উজনি-নামনি ভাষাৰ ভিতৰত হোৱা খৰিয়াল বাঢ়িব বুলিহে তেখেতে তেনে শঙ্কা কৰিছিল। কিন্তু লগতে এইটোও স্বীকাৰ কৰিছিল যে অসমীয়া সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰিবৰ হলে এনে ধৰণে সঙ্ঘবদ্ধ চেষ্টা হোৱা উচিত।

তদুপৰি ১৯১৬ চনত "অসম ছাত্ৰ সন্মিলন"ৰ প্ৰথম অধিবেশন গুৱাহাটীত বহে। পোনতে 'ছাত্ৰ সাহিত্য সন্মিলন' নাম দি এই সভাৰ কাম আৰম্ভ কৰা হৈছিল। তাৰ ঘাই উদ্যোক্তা আছিল ৺কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা আৰু শ্ৰীযুত পদ্মধৰ চলিহা। সন্মিলনৰ উদ্যোক্তাসকলে গোসাঁইদেৱক সভাপতি হবলৈ অনুৰোধ জনালে। তেতিয়া তেখেতৰ বয়স আছিল কম। সেইবাবে এই বিষয়ে শ্ৰীযুত কুলধৰ চলিহাৰ পৰামৰ্শ বিচাৰিলে। উভয়ে যুক্তি কৰি থিৰ কৰিলে যে ৺লক্ষ্মীনাথ বেজবৰুৱাক সভাপতি পাতিব পাৰিলে ভাল হয়। এই পৰামৰ্শ ছাত্ৰসকলক জনোৱাত সিবিলাকে অতি শোভন হব বুলি সেই কথা মানি ললে আৰু ৺বেজবৰুৱা ডাঙৰীয়ায়ো সেই পদ গ্ৰহণ কৰিলে। গোসাঁইদেৱৰ এই কাৰ্য্যৰ দ্বাৰা প্ৰতিষ্ঠা আৰু দৃঢ়তৰ হল। সকলোৰে যুক্তি-পৰামৰ্শ মতে "ছাত্ৰৰ সাহিত্য সন্মিলন' নামৰ ঠাইত "অসম ছাত্ৰ সন্মিলন" নামৰ অনুষ্ঠান স্থাপিত হল।

এই কথাত গোসাঁইদেৱৰ সাহ বাঢ়ি উঠিল। তেখেতে সততে আশাৰে চিন্তা কৰি থকা কাৰ্য্য আৰম্ভ কৰিবৰ ছেগ আহিছে বুলি স্থিৰ সিদ্ধান্ত কৰিলে। সেই বছৰৰ পিচত অৰ্থাৎ ১৯১৭ চনত শিৱসাগৰত অসম এচোচিয়েছন পাতিবৰ দিহা হল। তাতে সভাপতি নিৰ্ব্বাচিত হৈছিল ৺সত্যনাথ বৰা। শ্ৰীযুত কুলধৰ চলিহাৰে পৰামৰ্শ কৰি এই শিৱসাগৰতে অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন পাতিবলৈ সকলো প্ৰকাৰ যুগুতি কৰিলে। চলিহাদেৱে এই কাৰ্য্যৰ সাৰ্থকতাৰ মৰ্ম বুজি শিৱসাগৰলৈ গৈ সাহিত্য সভা পাতিবলৈ অভ্যৰ্থনা সমিতি গঠন কৰি আহিলগৈ। গোটেই অসমৰ জনা-শুনা সকলো লোকক এই সভাত যোগ দিবলৈ নিমন্ত্ৰণ কৰা হল। ৺পদ্মনাথ গোহাঞি বৰুৱা সভাপতি নিৰ্ব্বাচিত হল। আসাম এচোচিয়েছনত যোগ দিবলৈ অহা লোক সকলেও ইয়াত যোগ দিয়াৰ সুযোগ হল। মুঠতে নিয়ম-কানুন পৰ্য্যন্ত গৃহীত হৈ এই শিৱসাগৰতে সদৌ 'অসম সাহিত্য সভা' স্থাপিত হল আৰু তাৰ থাই সম্পাদক নিযুক্ত হল আমাৰ গোসাঁইদেৱ।

এইদৰেই গোসাঁইদেৱৰ প্ৰাণৰ আকাংক্ষা পূৰণ হল, আৰু এই সভাৰ যোগে অসমৰ সকলো হিতাকাংক্ষীসকল মিলিত হৈ ক্ষুদ্ৰ যি বিভেদ তাক পৰিহাৰ কৰিবলৈ সমৰ্থ হল। ভাষাৰ বৈষম্যমূলক বিতণ্ডাৰ অন্তত তাক কি প্ৰকাৰে বৰং ফলে-ফুলে জাতিস্কাৰ কৰি তুলিব পাৰিব এই আকাংক্ষা সকলোৰে মনত জাগ্ৰত হল। গোসাঁইদেৱৰ সাধনা সিদ্ধি হল। প্ৰকৃততে উদাৰ মনোভাৱেৰে যদি এই অনুষ্ঠান গঢ়ি নুঠিলহেঁতেন তেনে ইয়াৰ সৌকাৰ্য্য সম্পাদন সম্ভৱ হলহেঁতেন নে?

যাৰ ব্যক্তিত্বৰ প্ৰভাৱত এই সাহিত্য সভাই ক্ৰমবৰ্দ্ধমান হিচাবে বাঢ়ি উঠিছিল সেয়ে আছিল আমাৰ গোসাঁইদেৱ।

তেখেতৰ অন্তৰৰ সজ ইচ্ছা আৰু দূৰদৰ্শিতাৰ ফলত আগলৈ প্ৰয়োজনীয় কামবো ইঙ্গিত আন এঠাইত এইদৰে লিখি গৈছে— "অকল সাহিত্য সভাই নহয়। পাৰ্ব্বত্য অঞ্চলত অসমীয়া প্ৰচাৰৰ অৰ্থে আৰু আন নানান প্ৰকাৰে অসমীয়া সাহিত্যৰ অঙ্গ পূৰাবলৈ মই নানান চেষ্টা কৰিছোঁ। এতিয়া সেইবোৰ টনকিয়াল কৰিব বিচাৰোঁ।"

এই প্ৰসঙ্গত আন এঠাইত উল্লেখ কৰা তেখেতৰ আদৰ্শ অনুযায়ী কাৰ্য্যৰ কথা তুলি দিয়া হল,—"মোৰ সমস্ত কৰ্ম্ম-জীৱনত অসমীয়া ভাল কিতাপ, ভাল টেক্সট বুক আৰু ভাল প্ৰকাশক তৈয়াৰ কৰিবলৈ যথাশক্তি পৰিশ্ৰম কৰিছোঁ। মোৰ সৰু কালৰ পৰা অসমত ডাঙৰ প্ৰকাশক পাতিবৰ হেঁপাহ আছিল।"

তাৰে ফলস্বৰূপ আমি পাওঁ বৰকটকী কোং, যোৰহাটত আৰু বৰ্ত্তমানে নলবাৰীত স্থাপিত উমা প্ৰেছ আৰু পাব্লিছিং হাউচ।

অসম সাহিত্য সভা স্থাপন কৰিয়েই গোসাঁইদেৱ সন্তুষ্ট নাছিল। ইয়াক স্থায়ী ৰূপ দিবলৈ চেষ্টাৰ প্ৰকাশেই হল—"চন্দ্ৰকান্ত সন্দিকৈ হল" (ঘৰে মাটিয়ে), চন্দ্ৰকান্ত অভিধান আৰু তিনিটা ট্ৰাষ্ট ফণ্ড। সকলোৰেই এইবিলাকৰ কাৰ্য্যকাৰিতা সম্বন্ধে সকলো কথা জানে। সেইবিলাক স্থাপন কৰিবলৈ গোসাঁইদেৱৰ আশাশুধীয়া বিশদ বিবৰণ এই অধ্যায়ৰ বিষয় বস্তু নহয়। সমগ্ৰভাৱে এইখিনি কাম তেখেতৰ জীৱনৰ অন্যতম গৌৰৱ-স্তম্ভ সন্দেহ নাই।

বৰ্ত্তমানে আমাৰ যি প্ৰাদেশিক মিউজিয়ম, যাৰ পৰিচালনা সম্প্ৰতি ৰাজ্যিক চৰকাৰৰ হাতত, তাৰো স্থাপনৰ মূলত গোসাঁইদেৱৰ অৱদান সামান্য নহয়। পোনতে স্বৰ্গীয় কনকলাল বৰুৱা প্ৰভৃতি কেজনমান উদ্যোগী লোকে গুৱাহাটীত "কামৰূপ অনুসন্ধান সমিতি" নাম দি এটি অনুষ্ঠান পাতি তাৰ যোগে আমাৰ অতীত বুৰঞ্জীৰ তথ্য-পাতি সংগ্ৰহ আৰু অনুসন্ধানাদি কৰি পত্ৰিকাৰ যোগে সেইবোৰ প্ৰকাশ কৰাই ঘাই কাম আছিল। গোসাঁইদেৱে তাৰ কাৰ্য্যক্ষেত্ৰ আৰু অলপ বহলাই পুৰাতত্ত্ব বিভাগ যোগ দি এটি মিউজিয়াম স্থাপনৰ প্ৰস্তাৱ কৰে। সকলোৱে সেই প্ৰস্তাৱ সমৰ্থন কৰি পোনতে কিছু টকা নিজৰ পক্ষৰ পৰা সংগ্ৰহ কৰি পিচত চৰকাৰী সাহায্য পাবলৈ চেষ্টা কৰা নীতি গ্ৰহণ কৰিলে। সেইমতে গোসাঁইদেৱে টকা সংগ্ৰহত যথেষ্ট মন দি চেষ্টা কৰি বহুলাংশে কৃতকাৰ্য্য হল আৰু অনতিপলমে সেই প্ৰস্তাৱে ৰূপ গ্ৰহণ কৰিলে। বিদেশী চৰকাৰ হলেও এনে কাৰ্য্যৰ যুক্তিযুক্ততা বুজি লৈ তাত হয়ভৰ দিলে।

তাৰ পিচতে উল্লেখযোগ্য ৰাজহুৱা কল্যাণজনক অনুষ্ঠান-"নাৰায়ণী সন্দিকৈ মন্দিৰ"— দেশৰ পুৰণি ইতিহাস আৰু পুৰাতত্ত্ব বিষয়ক গবেষণাগাৰ। দানবীৰ স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈদেৱৰ সাহায্যত স্থাপিত অন্যতম গৌৰৱ স্তম্ভ। এই কাৰ্য্যবো গুৰি ধৰোঁতা আমাৰ গোসাঁইদেৱ। ইয়াৰ গোটেই আঁচনি কৰাত, সন্দিকৈ দেৱক উদগাই সেই অনুষ্ঠান স্থাপন কৰাত গোসাঁইদেৱৰ প্ৰয়াস উল্লেখযোগ্য।

অসমত সুকীয়া বিশ্ববিদ্যালয় স্থাপনত গোসাঁইদেৱ অগ্ৰণী হৈছিল। পৰিবৰ্ত্তী কালত লোকপ্ৰিয় বৰদলৈদেৱৰ সৌহাৰ্দ্দ স্বৰূপ

হৈ তেখেতে এই বিশ্ববিদ্যালয় স্থাপনৰ যাবতীয় কাম কৰি গল। বৰ পৰিতাপৰ কথা প্ৰকৃত স্থাপনত তেখেতক পোৱা নগ'ল। বিধিৰ বিধানত তেখেত তেতিয়া লোকচক্ষুৰ অন্তৰালত। কামৰূপ অনুসন্ধান সমিতিৰ এটা অধিবেশনত সভাপতিৰূপে তেখেতে এই বিশ্ববিদ্যালয় স্থাপনৰ উপযোগিতা আৰু পৰিকল্পনা বিষয়ে এইদৰে কৈছিল,--"আমাৰ কাৰণে বিশ্ববিদ্যালয় এখনৰ কথাও চাৰিওফালে শুনি থকা হৈছে। অসমত বিশ্ববিদ্যালয় এখন হবই। মই কিন্তু আশাকৰোঁ কলিকতা বা ঢাকা বিশ্ববিদ্যালয়ৰ দ্বিতীয় সংস্কৰণ আমি অসমত পাতিবলৈ যেন ইচ্ছা নকৰোঁ। ইয়াৰ দ্বাৰাই মই কলিকতা বা ঢাকা বিশ্ববিদ্যালয়ক বেয়া বুলিব খোজা নাই। তেনেকুৱা মত প্ৰকাশ আমাৰ কামো নহয়। মই ইয়াকেহে কব খোজোঁ যে কলিকতা বা ঢাকাত ফিজিক্স, ৰসায়ন, গণিত, ইংৰাজী আৰু তেনেকুৱা বিষয় শিক্ষা দিয়াৰ সুন্দৰ ব্যৱস্থা আছে; আৰু এইবোৰ বিষয়ত গুৱাহাটীয়ে বহু বছৰলৈ ফেৰ মাৰিবও নোৱাৰে।

মই অন্ততঃ ব্যক্তিগতভাবে ভাবোঁ যে আমাৰ ছাত্ৰবোৰে কলিকতাত উক্ত বিষয়বোৰৰ শিক্ষা নোলোৱাৰ কাৰণ নাই। তাৰ পৰিবৰ্ত্তে গুৱাহাটীত আমি ভাষা-বিজ্ঞান, ভূ-বিদ্যা, পদাৰ্থ-বিজ্ঞান, পশু-বিজ্ঞান, নৃতত্ত্ব আদি শিকোৱাৰ ব্যৱস্থা কৰিম। কিয়নো অসম এইবোৰ বিষয়ৰ প্ৰাকৃতিক 'লেবৰেটৰি'। তাকে কৰিলে অসম আৰু বঙ্গদেশ বেলেগ ৰাজনৈতিক বিভাগ হিচাবে থাকিও শিক্ষা বিষয়ত সহযোগিতা কৰি উন্নতিৰ পথত আগ বাঢ়িব পাৰিব। তেতিয়া হলে কোনোগন প্ৰদেশে অন্যখনৰ ওচৰত ঋণী বুলিও নাভাবিব।"

বিশ্ববিদ্যালয় স্থাপনত এনে স্বকীয়া মতৰ সাৰ্থকতা সম্বন্ধে

যুক্তিযুক্ততা সকলোৱে স্বীকাৰ কৰিব। সেইদিনাৰ তেখেতৰ যি দৃঢ় ভৱিষ্যৎবাণী পিচত সি ৰূপ ললে।

"সংস্কৃত সঞ্জীৱনী সভা" স্থাপন গোসাঁইদেৱৰ আন এটি কৃতিত্ব। দেশ স্বাধীন হোৱাৰ আগতে এখন সভাৰ যোগে সংস্কৃত চৰ্চ্চা আমাৰ দেশত জীয়াই ৰখাৰ সাৰ্থকতা দূৰদৰ্শিতাৰ ফলত গোসাঁইদেৱে তেতিয়াই বুজি পাইছিল আৰু স্থাপন কৰিছিল। প্ৰাচীন কালৰ ঐতিহ্য তথা জ্ঞানানুশীলনৰ এনে বিধান দেশত যে নিতান্ত প্ৰয়োজন কোনে নুই কৰিব? বৰ্ত্তমান সময়ত সংস্কৃত শিক্ষাৰ বাবে সুকীয়া বিশ্ববিদ্যালয়পাতি স্থাপনৰ দিহা হব ধৰিছে। 'সংস্কৃত চৰ্চ্চা'ৰ ফালে মানুহৰ মন এতিয়া আকৌ লাল খাইছে।

গোসাঁইদেৱে উদয়পুৰত বহা হিষ্টৰিকেল ৰেকৰ্ড কমিচনত যোগ দিবলৈ চৰকাৰ পক্ষৰ পৰা মনোনীত হৈ গৈছিল। তাত এটি মূল্যবান প্ৰবন্ধ পাঠ কৰিছিল। সেই কৰ্ত্তব্য সমাধা কৰি ঘূৰি দিল্লী পাই তাতেই ইহলীলা সম্বৰণ কৰা কথা কেনে হৃদয়বিদাৰক!

'সংস্কৃত সঞ্জিৱনী সভা' স্থাপনৰ অন্যতম ঘাই উদ্দেশ আছিল আমাৰ দেশৰ খ্যাতনামা সংস্কৃত পণ্ডিত সকলৰ লিখিত নানা বিষয়ৰ পুথিবোৰ সংগ্ৰহ কৰি, তাৰ তদাৰক কৰা আৰু যিমান পাৰি প্ৰকাশ কৰা। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য মহোদয়ে লিখা 'বৃত্তমঞ্জৰীৰ দৰে আপুৰুগীয়া পুথি বিৰল। সেই অৰ্থে চেষ্টাত গোসাঁইদেৱে চাৰিখন পুথি সংগ্ৰহ কৰিব পাৰিছিল। সেই কেইখন হৈছে,— ৰাজনীতি, প্ৰয়োগতত্ত্ব, বৃত্তমালা আৰু নীতি-লতাঙ্কুৰ। প্ৰথম তিনিখন এতিয়াও ছপা হৈ ওলোৱা নাই। নীতিলতাঙ্কুৰখন বুৰঞ্জী বিভাগৰ পৰা ছপা হৈ ওলাইছে। সেইখন সংস্কৃত নীতি শাস্ত্ৰৰ

কিতাপ। গোসাঁইদেৱে পণ্ডিত ৺জয়কৃষ্ণ মিশ্ৰৰ লগ হৈ এই কিতাপ সম্পাদন কৰে।

মুঠতে এই সভা পুৰাতত্ত্ব অনুসন্ধানৰেই এটি বিভাগ বুলিব পাৰি। গোসাঁইদেৱৰ যত্নতেই এই সভাৰ জৰিয়তে ১৯৩৪ চনত পুৰণি সংস্কৃত পুথি প্ৰদৰ্শনী এখন পতা হৈছিল আৰু তালৈ সেই সময়ৰ গবৰ্ণৰ বাহাদুৰক নিয়া হৈছিল। এই সূত্ৰতে হাতে লিখা সংস্কৃত পুথিবোৰৰ এখন তালিকা তৈয়াৰ কৰা হৈছিল। তাৰে পৰাই কামৰূপত সংস্কৃত চৰ্চ্চাৰ পৰিসৰ অনুমান কৰিব পাৰি। এই বিষয়ে গোসাঁইদেৱে ১৯৩৬ চনৰ জানুৱাৰী মাহৰ অনুসন্ধান সমিতিৰ মাহেকীয়া কাকতত "কামৰূপৰ হাতে লিখা সংস্কৃত পুথি কেটেলগ" শীৰ্ষক প্ৰবন্ধ লিখি ভাৰতীয় গৱেষকৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

শিক্ষাবিদ্ হিচাবে গোসাঁইদেৱৰ কৰ্ম্মক্ষেত্ৰত অবদান কমখিনি নাছিল। নিৰক্ষৰতা দূৰীকৰণৰ যি পৰিকল্পনা সেই কথাতো গোসাঁইদেৱৰ দান অসামান্য। তাৰ যোগেও ভালেখিনি সৰু সৰু সাহিত্য পুথি (নানা বিষয়ত ) ৰচিত আৰু প্ৰকাশিত হৈছিল।

নলবাৰীত কলেজ স্থাপনৰ যি অনুষ্ঠান তাৰ তেখেতেই সভাপতি আছিল। নলবাৰীত সংস্কৃত কলেজ স্থাপনৰ গুৰিতে গোসাঁইদেৱৰ চেষ্টা।

কামৰূপ অনুসন্ধান সমিতিৰ পক্ষৰ পৰা যি আলোচনী প্ৰকাশিত হৈছিল। তেখেত তাৰ যুটীয়া সম্পাদক আমৰণ কাল আছিল। তেখেতৰ গৱেষণামূলক প্ৰবন্ধ মডাৰ্ণ ৰিভিউ প্ৰভৃতি বাহিৰৰ উচ্চাঙ্গৰ

আলোচনী বিলাকত প্ৰকাশিত হৈছিল।

গোসাঁইদেৱ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক নিযুক্ত হৈছিল। বিশ্ববিদ্যালয় স্থাপনৰ যিখন প্ৰথম সভা (কনভেনচন) তাৰ আহ্বায়ক আছিল এই গোসাঁইদেৱ। কিন্তু সভা আহ্বান কৰিলেও নিজে তাত উপস্থিত হব নোৱাৰিলে! নিয়তিৰ বিধানত সেই সভাৰ দিনাই তেখেতৰ আদ্যশ্ৰাদ্ধৰ দিন পৰিছিল!

এনেবোৰ কৃতিত্বপূৰ্ণ কামৰ মাজতে গোসাঁইদেৱৰ জীৱনৰ পৰিসমাপ্তি ঘটে!

এইদৰে দেশ হিতকৰ জ্ঞান-বিজ্ঞান চৰ্চ্চাৰ আৰু বহুতো কাৰ্য্যৰ জৰিয়তে গোসাঁইদেৱৰ জীৱনৰ কৃতিত্ব ফুটি উঠিছিল।

## সাহিত্যক্ষেত্ৰত

সাহিত্য চৰ্চ্চা আৰু তাৰ সেৱা ৺গোসাঁইদেৱে নিচেই সৰু কালৰ পৰাই আৰম্ভ কৰিছিল। দেখা যায় এই চৰ্চ্চা, আৰু সেৱা তেখেতে গোটেই জীৱনতেই কৰিছিল। সাহিত্য ক্ষেত্ৰত তেখেতৰ জীৱনৰ যি প্ৰয়াস সেইখিনি বাদ দিলে ৺গোসাঁইদেৱৰ জীৱন-কথা নিচেই নগণ্য হৈ পৰিব।

উচচ ইংৰাজী বিদ্যালয়ত পঢ়িবৰ কাৰণে ৺গোসাঁইদেৱ গুৱাহাটীৰ পান বজাৰত বহা কৰি আছিল। লগৰীয়া আছিল শ্ৰীযুত বিষ্ণুৰাম মেধী, শ্ৰীযুত গৌৰীকান্ত তালুকদাৰ, শ্ৰীযুত কালীৰাম বৰ্ম্মণ, ৺পীতাম্বৰ চক্ৰবৰ্ত্তী। ইবিলাকে এখন সাপ্তাহিক সাহিত্য আলোচনী সভা পাতি তাত প্ৰবন্ধ, চুটী গল্প, কবিতা আদি লিখি পাঠ আৰু আলচ কৰিছিল। বাহিৰৰ পৰাও যোগ্যতা বুজি আনক যোগ দিবলৈ

আহ্বান কৰিছিল। তাৰে ভিতৰত বিহগী কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী প্ৰধান। গোসাঁইদেৱে সেই সভাত পাঠ কৰিবলৈ প্ৰায়েই চুটি গল্প লিখিছিল আৰু বিহগী কবিয়ে লিখিছিল কবিতা। এই চুটি গল্পই গোসাঁইদেৱৰ নতুন অবদান, কাৰণ এই গল্পবোৰ আধুনিক ভাবধাৰাৰ সমলৰে পূৰ্ণ যদিচ কোনো কোনো গল্পত অতি-প্ৰাকৃত কথাৰ অবতাৰণা আগৰ কালৰ চলিত সাধুকথাবোৰৰ দৰেও পোৱা যায়। জনা যায় গোসাঁইদেৱৰ অপ্ৰকাশিত প্ৰথম গল্প-- "কচুপাত"। তেখেতৰ কিন্তু এই বিষয়ৰ প্ৰতিভা এনে আছিল যে কলিকতাত স্থাপিত এ-এছ-এল ক্লাবৰ ঘোষিত সদৌ অসম গল্প আৰু কবিতাৰ প্ৰতিযোগিতাত গোসাঁইদেৱে চুটি গল্প আৰু কবিবৰ চৌধাৰী দেৱে কবিতাত প্ৰথম হৈ পুৰস্কাৰ লাভ কৰিছিল।

গোসাঁইদেৱৰ প্ৰকাশিত চুটি গল্পৰ তিনিখন কিতাপ :—গল্পাঞ্জলি ময়না আৰু বাজিকৰ। এই কিতাপ কেইখন প্ৰকাশৰ পৰ্য্যায়ক্ৰমত "ময়না" দ্বিতীয় কিতাপ হলেও এই খনতহে তেখেতৰ নিচেই সৰু কালতে লিখা গল্পবোৰ সন্নিবেশ কৰা আছে। কিতাপ কেখনত প্ৰকাশিত বহুতো গল্প আগতে আন আন আলোচনীত প্ৰকাশিত হৈছিল। পিচত সেইবোৰ একেলগ কৰি তাৰ লগত দুই চাৰিটা নতুন গল্প যোগ দি কিতাপ আকাৰত প্ৰকাশ কৰিছিল। প্ৰতিখন কিতাপৰে প্ৰথমটো গল্পৰ নামেৰেই কিতাপখনৰ নামকৰণ কৰিছিল।

গল্পবিলাক লিখোঁতে গোসাঁইদেৱে কল্পনাতকৈ বেছিকৈ বাস্তৱ ঘটনাহে অবলম্বন কৰিছিল আৰু কিছুমান সত্য ঘটনা অবলম্বন কৰি লিখা। কিছুমান গল্পত চৰিত্ৰ অঙ্কনতকৈ ঘটনাচক্ৰত মানসিক

অৱস্থা বা চিন্তাধাৰাহে প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰা দেখা যায়। কিন্তু গোসাঁইদেৱৰ গল্পবোৰৰ সজোৱা কৌশল বিশেষকৈ মনমোহা। ঘটনা সামান্য হলেও তেখেতে তাক এনেদৰে সজাব জানিছিল যে তাক পঢ়িবলৈ পাঠকৰ আমনিতো নালাগেই বৰং আগ্ৰহ হয়। ইয়াতেই তেখেতৰ মৌলিকত্ব ফুটি উঠিছে। ইয়াৰ বাবেই গল্পবোৰ জনসাধাৰণৰ পক্ষে অতি প্ৰিয়বস্তু হব পাৰিছে।

সাহিত্যক্ষেত্ৰত গল্পৰ উপযোগিতা সমধিক। গভীৰ আৰু জটিল তত্ত্বকথাবোৰ বুজিবলৈ গল্পবোৰে বৰ সহায় কৰে। তাহানি উপনিষদৰ যুগতো এনে গল্পৰ সহায় লৈ ডাঙৰ ডাঙৰ তত্ত্বকথা আলোচনা কৰিছিল। গল্পবিলাকে উদাহৰণৰ কাম কৰে। ইয়াৰ যোগেও সজ শিক্ষা বা নীতি উপদেশ দিবলৈ সহায়ক হয়। তেতিয়াৰ দিনৰ সহজ সৰল জীৱনৰ দৰে গল্পৰ বিষয় বস্তুবোৰে বিচিত্ৰতাহীন আছিল। বৰ্ত্তমান যুগৰ দৰে জটিল বাহুল্যপূৰ্ণ ঘটনাৰ সংঘাতজনিত জটিলতা তেতিয়া নাছিল। গোসাঁইদেৱৰ গল্পত দুয়ো ৰকম সমাজ চিত্ৰৰ আভাস পোৱা যায়।

এটা সময় আছিল যেতিয়া মানৱ চৰিত্ৰ অঙ্কণত দেৱত্ব আৰোপ কৰা নিয়ম আছিল। তেতিয়া মানুহৰ সাংসাৰিক কোনো দুৰ্ব্বলতাকে আঁকি দেখুৱা নহৈছিল। কালক্ৰমে সেই নিয়মৰ পৰিবৰ্ত্তন হ'ল—বৰ্ত্তমান যুগত মানুহক তাৰ স্বাভাৱিক দুৰ্ব্বলতাবোৰে অঙ্কন কৰা বিধি হৈ পৰিছে। গোসাঁইদেৱৰ চিত্ৰাঙ্কনত আধুনিক ভাৱৰ প্ৰাবল্যাই দেখা যায়। যদিচ তেখেতৰ "সামান্য প্ৰাণী" গল্পত হৰিণা হৰিণীৰ কথোপকথন, "অন্তৰ আৱৰণত" 'হৰ-পাৰ্ব্বতীৰ' কথোপকথন, "মানুহৰ সৃষ্টিত" ব্ৰহ্মা-বিষ্ণু আদিৰ কথা-বাৰ্ত্তা অৱতাৰণা কৰা আছে।

ইয়াৰ দ্বাৰা বুজা যায় যে পুৰণি ভাল ভাল সাধুকথা আৰু আধুনিক গল্পৰ মাজত যেন তেখেতে যোগসূত্ৰহে স্থাপন কৰিবলৈ প্ৰয়াস পাইছে ।

দূৰদৰ্শিতা সম্পণ্ন গোসাঁইদেৱে চাকৰিয়াল জীৱন আৰম্ভ কৰিবৰ 'পৰাই শিশু-সাহিত্য প্ৰণয়নৰ আৱশ্যকতা অনুভৱ কৰিছিল । তেখেতৰ বহুতো গল্প শিশুমতি ছাত্ৰসকলৰ উপযোগী কৰি লিখা । পিচত সহকাৰী ইন্‌স্‌পেক্টৰ হিচাবে জিলাই জিলাই চকৰলৈ যাওঁতে সাহিত্যত ধাউতি থকা লোকসকলক এই শিশু সাহিত্য প্ৰণয়ন কৰিবলৈ অনুৰোধ কৰিছিল । দেখা যায় শ্ৰীযুত মহাদেব শৰ্ম্মা প্ৰণীত "সাবিত্ৰী" নামৰ কিতাপখন গোসাঁইদেৱৰ নামত উৎসৰ্গ কৰি স্বীকাৰ কৰিছে যে "গোঁসাইদেৱেই তেওঁক শিশু-সাহিত্য প্ৰণয়ন কৰিবলৈ পোণতে উদগাইছিল । তাৰে ফল স্বৰূপ এই পুস্তকখনি কৃতজ্ঞতাৰে তেখেতৰ নামত উৎসৰ্গ কৰা হল ।" জনা যায় শৰ্ম্মাদেৱে আজিও সেই কাৰ্য্যতে লাগি থাকি শিশু উপযোগী কেইবাখনিও কিতাপ প্ৰকাশ কৰিছে ।

এই অৰ্থে গোসাঁইদেৱে "অতুল কথামালা" নাম দি কিছুমান শিশু উপযোগী কিতাপ প্ৰকাশৰ ব্যৱস্থা কৰিছিল আৰু তেখেতে তাৰ যোগে ৬।৭ খনি কিতাপ প্ৰকাশ কৰিছিল । কৰুণাপূৰ্ণ ঘটনা অবলম্বন কৰি এক শাৰী কিতাপৰ প্ৰকাশৰ দ্বাৰা সাহিত্য সেৱাৰ মহান ব্ৰতৰ কথা তথা শিশু-সাহিত্যৰ প্ৰতি তেখেতৰ অনুৰাগৰ পৰিচয় পোৱা যায় । এই ব্যৱস্থাৰ বাবে যি 'ফণ্ড' তৈয়াৰ হৈছিল সি এতিয়াও চলি আছে । চৰকাৰৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মহোদয়েই তাৰ পৰিচালক ।

গোসাঁইদেৱে নাটক আৰু উপন্যাসো লিখিছিল । নাটক দুখন

আৰু উপন্যাস এখন। নাটক দুখনৰ নাম—"পৰীক্ষা" আৰু "বুদ্ধদেৱ" আৰু উপন্যাস খনৰ নাম "পাণিপথ।" ইয়াৰ ভিতৰত 'পৰীক্ষা' নাটক আৰু 'পাণিপথ' উপন্যাস ছপা হৈ ওলাইছে। 'বুদ্ধদেৱ'খন ছপা হৈ ওলোৱা নাই।

'পৰীক্ষা' নাটকখনি অমিত্ৰাক্ষৰ ছন্দত লিখা। তেতিয়াৰ দিনলৈকে অমিত্ৰাক্ষৰ ছন্দৰ ব্যৱহাৰ আছিল—বিশেষকৈ নাটকত। আজি কালি তাৰ ব্যৱহাৰ সমূলি নোহোৱা হৈছে। 'পৰীক্ষা' নাটকৰ বিষয়-বস্তুটো হল—অৰ্জ্জুনে যেতিয়া ইন্দ্ৰালয়ত থাকি অস্ত্ৰশিক্ষা আৰু জ্ঞান চৰ্চ্চা কৰিবলৈ তপস্যা কৰিছিল তেতিয়া অপ্সৰা উৰ্ব্বশীয়ে মদন আৰু বসন্তৰ সহায়ত অৰ্জ্জুনৰ তপোভঙ্গ কৰিবলৈ চেষ্টা কৰিছিল। অৰ্জ্জুন সেই পৰীক্ষাত উত্তীৰ্ণ হল অৰ্থাৎ তেওঁ কাম বিমোহিত হৈ তপশ্চৰণ ত্যাগ নকৰিলে। ইযাতে উৰ্ব্বশী ভগ্নমনোৰথ হৈ অৰ্জ্জুনক নপুংসক হবলৈ শাপ দিলে। কালক্ৰমে সেই শাপেই বৰ স্বৰূপ হল। কাৰণ তেওঁ অজ্ঞাত বাস কালত বিৰাট ৰাজ সভাত সঙ্গীত শিক্ষক নিযুক্ত হব পাৰিছিল।

অমিত্ৰাক্ষৰ ছন্দত ছন্দোবদ্ধ নালাগিলেও সুখপাঠ্য হব লাগে। নাটকখনৰ ঠায়ে ঠায়ে ইযাৰ অভাব থাকিলেও কোনো বিষয়ৰ বৰ্ণনা থকা অংশ অতি উপাদেয় হৈছে। ইয়াৰ কাৰ্য্যাংশ প্ৰশংসনীয় কিন্তু চৰিত্ৰ অঙ্কন সিমান উজ্জ্বল হোৱা নাই। তথাপি অৰ্জ্জুনৰ জ্ঞাননিষ্ঠা আৰু চৰিত্ৰৰ দৃঢ়তা ফুটি উঠিছে।

দ্বিতীয় নাটক "বুদ্ধদেৱ।" বুদ্ধদেৱৰ চৰিত্ৰ অঙ্কণ, বিশেষতঃ তেওঁৰ সন্যাস গ্ৰহণেই নাটকখনৰ যাই আখ্যান বিষয়। ৰাজপুত্ৰ সিদ্ধাৰ্থ কেনেকৈ 'বুদ্ধদেৱ' হলগৈ নিজ তপস্যাৰ বলত, ত্যাগৰ

মহিমাত সেই কথা সকলোৱেই জানে। তেওঁ বিবাহিত আছিল, পত্নীৰ নাম আছিল যশোধৰা। সিদ্ধাৰ্থৰ বন্ধু, কিন্তু সততে প্ৰতিদ্বন্দী দেবদত্তও এই কন্যাৰ পাণিপ্ৰাৰ্থী আছিল। সিদ্ধাৰ্থই এই কথা আগতে নাজানি বিয়াৰ দিনা আশীৰ্ব্বাদ বিচাৰোঁতে দেবদত্তৰ পৰা জানিলে। সিদ্ধাৰ্থৰ উদাৰতা, যশোধৰাৰ দৃঢ়তা অথচ আকুতি আৰু দেবদত্তৰো যি মনোভাবৰ যোগে চৰিত্ৰ ফুটাই তুলিছে নাটক-খনিত সি অতীব মনোজ্ঞ হৈছে। সিদ্ধাৰ্থৰ সৰু কালৰ প্ৰতিভা প্ৰকাশ কৰিবলৈ সহপাঠী ছাত্ৰসকলৰ মাজত কথোপকথনৰ আশ্ৰয় লৈছে। "ৰজাৰ ল'ৰাটো বাস্তবিকে বৰ অদ্ভুতহে।" আন জনে কৈছে—"অদ্ভুত নহয়, ভূত বুজিছ ? নহলে তাৰ মুখত ভৰভৰাই সকলো বিদ্যা (কথা) আহে, আমাৰ মুখত নো নাহে কেলেই ? আমাৰ জানো মুখ নহয় (নাই) ? আমাৰ জানো বুদ্ধি নাই ?"

নাটকখনি কাৰ্য্যবশতঃ মফস্বলৰ বাহৰত সৰহদিন থকা সময়ত লিখা। যদিচ এইখন প্ৰকাশ হোৱা নাই ছপা হৈ, ইয়াৰ কিন্তু অভি-নয় হৈছিল। সেই অভিনয় ১।৭।১৬ তাং যোৰহাটত হৈছিল। সেই অভিনয়ত গ্ৰন্থকাৰে নিজেও ভৰদ্বাজ আৰু ছন্দকৰ ভাও লৈছিল। গোসাঁইদেৱৰ কৰ্ত্তব্যপৰায়ণতাৰ উদাহৰণ স্বৰূপে কব পাৰি যে অভিনয়ৰ দিনা নিজ পত্নী শয্যাগতা আছিল। তেখেতে একো নোকোৱাকৈ পলাই অহাদি আহি অভিনয়ত যোগ দিছিল। পিচ দিনা পুৱা ৰুগ্না পত্নীৰ ওচৰত থিয় দিয়া মাত্ৰে বুদ্ধিমতী ভাৰ্য্যাই ধৰা পেলালে। গোসাঁইদেৱে আসৈ নামাতি তলমূৰ হৈ স্বীকাৰ কৰা কথাই তেখেতৰ চৰিত্ৰৰ এটা দিক্ ফুটাই তোলে !

গোসাঁইদেৱে লিখাৰ ভিতৰত "পাণিপথেই" একমাত্ৰ উপন্যাসৰ পুথি। উপন্যাসৰ শাৰীৰ দ্বিতীয় এখন কিতাপ লিখিবলৈ তেখেঁতে কিয় প্ৰয়াস নকৰিলে বুজা টান। এইখন কিতাপো তেখেতে ছাত্ৰ-জীৱনত সোতৰ বছৰ বয়সতে লিখা।

এইটো সকলোৰে জনা কথা যে উপন্যাস সাহিত্য, সাহিত্য-ক্ষেত্ৰত নতুনকৈ আমাৰ দেশত অৱতাৰণা হৈছে। ই আচলতে পশ্চিমীয়া সাহিত্যৰ অনুকৰণ কৰি গ্ৰহণ কৰা বিষয়। ইয়াৰ প্ৰাণ বস্তু হল ব্যক্তি স্বাধীনতাক স্বীকাৰ কৰি লৈ ঘটনাৰ সংঘাটৰ মাজত পেলাই মানৱ চৰিত্ৰ ফুটাই তোলা। মনস্তত্ত্বৰ ফালৰ পৰা এই জটিল দ্বন্দৰ মাজত ফুটি উঠা ৰূপটিৰ সৌন্দৰ্য্য বিশ্লেষণ বিশেষ উপাদেয়।

আগৰ কালত আখ্যান, কাহিনী বা গল্প, সাধুকথা আদিৰহে প্ৰচলন আছিল, আমাৰ সাহিত্য ক্ষেত্ৰত বা শাস্ত্ৰ পুথি আদিত। তাৰ উদ্দেশ্য আছিল নীতিশিক্ষা দান বা কোনো জটিল বুজিবলৈ টান তত্ত্বজ্ঞান সৰলভাৱে বুজিব পৰা কৰিবৰ কাৰণে এনে গল্প বা আখ্যা-য়িকাৰ সহায় লোৱা হৈছিল। লগতে যদি চৰিত্ৰ ফুটি উঠিছিলো সি লক্ষ্যৰ বস্তু নাছিল।

আধুনিক উপন্যাস নিচেই সৰু বয়সতে লিখি উঠি গোসাঁইদেৱে পৰবৰ্ত্তীকালত তাক প্ৰকাশ কৰিবলৈ লৈ পাতনিত নিজে এইদৰে লিখিছে—"এই আখ্যানটি এটা প্ৰসিদ্ধ ঐতিহাসিক ঘটনা অৱলম্বন কৰি লিখা হৈছে যদিও, ইয়াত কোনোৱে যেন ইতিহাস নিবিচাৰে। ইয়াত বৰ্ণোৱা দৃশ্যও অসমৰ হে দিল্লী বা ৰাজপুতনাৰ নহয়। বিৱি-

নাক্ মানুহৰ নামেৰে এই আখ্যান বৰ্ণোৱা হৈছে, তাৰ সৰহ ভাগেই কাল্পনিক। এনে কি প্ৰধান চৰিত্ৰৰ ভিতৰতো সংগ্ৰাহসিংহৰ পত্নীৰ নাম কৰ্পূৰদেৱী নাছিল। কৰ্পূৰদেৱী তেওঁৰ পূৰ্ব্ববৰ্ত্তী মহাৰাণা সমৰ-সিংহৰ পত্নীৰ নামহে আছিল।" গতিকে 'পাণিপথ' ঐতিহাসিক উপন্যাস নহয়। ঐতিহাসিক উপন্যাসত ঔপন্যাসিকে নিজে খুচি মতে ঐতিহাসিক সত্যৰ অপলাপ কৰিব নোৱাৰে। গোঁসাইদেৱে নিজৰ ক্ৰটী উপলব্ধি কৰিব পাৰিছিল আৰু সেই কাৰণেই পাতনিৰ আন ঠাইত সেই ক্ৰটী স্বীকাৰ কৰি লিখিছে,—"বুৰঞ্জী বিষয়ক ঘটনা বৰ্ণাই উপন্যাস লিখিবলৈ বুৰঞ্জী বিষয়ে লিখকৰ যিমান জ্ঞান থাকিব লাগে, এই আখ্যান লিখাৰ সময়ত সেই জ্ঞানৰ যথেষ্ট অভাৱ আছিল ; এতিয়াও আছে, কিন্তু এতিয়া সেই অজ্ঞানতাৰ গভীৰতা বুজিব পাৰিছোঁ।"

আচলতে এই উপন্যাসখনৰ ভেঁটি ঐতিহাসিক ঘটনা হলেও ইয়াত গল্পাংশ বেছি। তেতিয়াৰ দিনত উপন্যাসৰ ধৰণ তেনেই আছিল। কিন্তু বৰ্ত্তমানত উপন্যাসৰ প্ৰকাৰ বহুত পৰিবৰ্ত্তন হৈছে আৰু সেই পৰিবৰ্ত্তনবোৰত যথেষ্ট মতবাদ আছে। আধুনিক উপন্যাসত চৰিত্ৰ অঙ্কণতকৈ, অতিমানৱ সৃষ্টি কৰাতকৈ মানুহক মানুহৰ দৰে আঁকি ঘটনাৰ দ্বন্দত সত্যপথ নিৰ্ণয়ত পৰীক্ষাত পেলাই চৰিত্ৰ নিৰ্দ্ধাৰণ কৰাই বিধিৰূপে গ্ৰহণ কৰা দেখা যায়।

পাণিপথত ফিৰোজাৰ চৰিত্ৰই প্ৰধান ভূমিকাৰ দৰে হৈছে। সেই চৰিত্ৰৰ যোগে গোসাঁইদেৱে এইখিনি সত্য প্ৰকাশ কৰাৰ চেষ্টা দেখা যায় যেনে—"সত্যত মৰণ মঙ্গল"—"যি ৰাজ্যত ৰজা প্ৰজা

পীড়কহে প্ৰজাৰ ভালৰ কাৰণে চেষ্টা নকৰি নিজৰ ভোগ বিলাসত মত্ত থাকে, সেই ৰজাৰ পতন নিশ্চয়।" তদুপৰি অৱহেলিত সেই সময়ৰ স্ত্ৰী সমাজৰ অৱস্থা বৰ্ণাই, সি কেনে গঢ় লোৱা উচিত সেইখিনি কথা ফিৰোজাৰ মুখেই মহতাবৰ আগত এইদৰে কোৱাইছে,—"তিৰোতাও মানুহ, ঈশ্বৰৰ সমান সৃষ্ট জীৱ, জগতৰ সমান অংশী। পুৰুষৰ ভয়ত তিৰোতাই পুৰুষ সাজিব, ই কেনে কথা! পুৰুষতকৌ বাঘ-ভালুক নহয় যে খাই পেলাব। মানুহে ইমান ভয় কৰি চলিব কেনেকৈ? মই যেনে তেনে বিধৰ তিৰোতা নহওঁ। মহাতব! তুমি যেনে মানুহ, ময়ো তেনে; তুমি যেনে কাপোৰ-কানি পিন্ধা দৰকাৰ, তুমি তেনে পিন্ধিছা, মোৰ দৰকাৰ এনে মই পিন্ধিছোঁ। যদি পুৰুষে মোক আক্ৰমণ কৰে, তাৰ প্ৰতিৰোধৰ অধিকাৰ মোৰো আছে। আত্মৰক্ষা কৰিবলৈ তুৰ্কী তিৰোতাই কেতিয়াও ভয় নকৰে। পুৰুষক ভয় কৰি যদি তিৰোতা চলিব লাগে, তেনেকৈ তিৰোতাক ভয় কৰি পুৰুষো চলিব লাগে। পুৰুষৰ ভয়ত সাজ সলাবৰ কি আৱশ্যক?"

বহুত ঠাইত গ্ৰন্থকাৰৰ নীতিগৰ্ভ উপদেশ, শাস্ত্ৰজ্ঞানৰ কথা প্ৰত্যক্ষ ভাবেই স্পষ্ট হৈ উঠিছে। ইয়াৰ পৰাই লিখকৰ শাস্ত্ৰজ্ঞানৰ সম্ভেদো পোৱা যায়। মানৱ চৰিত্ৰৰ মূল ভিত্তি কি বিচাৰ প্ৰসঙ্গত দুৰ্ব্বৃত্ত জালালৰ বৰ্ণনা প্ৰসঙ্গত গ্ৰন্থকাৰে লিখিছে,—"যদিও তেওঁ সাহী (সাহীয়াল) আৰু নিয়মিত ধৰণৰ বুদ্ধিমান আছিল, তথাপি সেই সাহ আৰু বুদ্ধিত নীতি স্বৰূপ একো স্থায়ী গুটি নোহোৱা গতিকে তেওঁৰ সেই সুন্দৰ শক্তি বৰ চঞ্চল হল আৰু বেয়াৰ পিনে চাল ললে। এনে লঘু চৰিত্ৰৰ মানুহৰ ভিতৰত দেখা যায়, বিশেষ বাধা বা ভয় নাথাকিলে, সিহঁতে পশুৰ নিচিনা আচৰণ কৰিবলৈ কুণ্ঠিত নহয়।

সিহঁতে যে এনে নকৰে, তাৰ কাৰণ এটা লোকলজ্জা, আনটো ভয়। এই দুবিধৰ পৰা লুকাই বেয়া কাম কৰিবৰ অলপ সুবিধাও সিহঁতে এৰি নিদিযে। শিক্ষা-দীক্ষা পোৱা মানুহকো এনে লঘু চৰিত্ৰৰ দেখা যায। বেয়া কাম কৰাত সিহঁতে নীতি বা ধৰ্ম্মৰ বাধা নামানে।"

উপন্যাসখনিত দৈবচালিতৰ দৰে কেইবা ঠাইতো আকস্মিক ঘটনাৰ আশ্ৰয় লোৱা হৈছে। সেই ফালৰ পৰা চালে ই যেন এখন ৰোমাঞ্চকৰ উপন্যাস হৈ পৰে। 'ফাঁচি কাঠত উঠি পিচ মুহূৰ্ত্তত মৃত্যু হয় হয এনে সময়ত ক'ৰ পৰা এপাট কাঁড আহি ফাঁচি দিওঁতা মানুহজনৰ মৃত্যু হৈ বধ্যজনৰ লোকাৰণ্য মানুহৰ মাজেদিও পলাযন' —কম ৰোমাঞ্চকৰ ঘটনা নহয়। তথাপি ই তেনে পৰ্য্যায-ভুক্ত নহয, কাৰণ ইযাতো আন আন ঘটনাৰ যোগে বাস্তৱতাৰ কথাহে সৰহকৈ উল্লেখ কৰা আছে।

দেখা যায গোসাঁইদেৱে সাহিত্য ক্ষেত্ৰত কোনো এক প্ৰকাৰৰ লিখাত একেবাৰে মন দিবৰ সুযোগ পোৱা নাই। নানান ধৰণৰ কৰ্ত্তব্যৰ হেঁচাত পৰি একমুখী সাহিত্য চৰ্চ্চাৰ সুযোগ তেখেতৰ নঘটিল। নতুবা আমি গোসাঁইদেৱক চুটি গল্প লিখা ক্ষেত্ৰত এজন অপ্ৰতিদ্বন্দী প্ৰতিভাৰ লিখকৰূপে নিশ্চয় পালোঁহেঁতেন। তেখেতে নিজমুখে নাতি জোঁৱাই শ্ৰীযুত প্ৰফুল্লদত্ত গোস্বামী অধ্যাপক দেৱক কথা প্ৰসঙ্গত শ্বিলঙৰ ঘৰত কৈছিল,—"পাণিপথ যেনেকৈ লিখিছিলোঁ, ছপা কৰোঁতেও তেনেকৈয়ে উলিয়ালোঁ; সাল-সলনি কৰা নহল। সোতৰ বছৰত মোৰ যি লিখা ক্ষমতা আছিল, আন কামত নালাগি তাৰ বিস্তাৰ কৰিব পৰাহেঁতেন মই এজন ডাঙৰ সাহিত্যিক হলোঁহেঁতেন।"

সৰহকৈ কিছুমান কিতাপ লিখি প্ৰকাশ কৰিলেই ডাঙৰ সাহিত্যিক নহয়। আমি জনাত ডাঙৰ সাহিত্যিক হবলৈ যিবোৰ গুণৰ আৰু কৰ্ম্মশক্তিৰ প্ৰয়োজন গোসাঁইদেৱৰ জীৱনত তাৰ সকলোখিনিকে থকা আমি দেখা পাওঁ। সাধাৰণভাবে চালেও সাহিত্য ক্ষেত্ৰত সকলো বিষয়তে তেখেতৰ দানতো আছেই তদুপৰি তাৰ সৌষ্ঠব বঢ়াবলৈ যেনে উপাদান প্ৰয়োজন তাৰ সকলোখিনিতে যেনে সাহিত্য-সভা, মিউজিয়াম, ঐতিহাসিক গবেষণাগাৰ স্থাপন, বিশ্ববিদ্যালয় স্থাপন সকলোতে তেখেতৰ ঐকান্তিক চেষ্টাৰ ফল আমি দেখা পাওঁ। সাহিত্যিকৰ যিবোৰ গুণ, তাৰ যদি বিকাশ অন্তৰত নাথাকে এইবোৰলৈ ধাউতি আহিলহেঁতেন ক'ৰ পৰা ?

সাহিত্য ক্ষেত্ৰত গোসাঁইদেৱৰ অবদান কি চাবলৈ চেষ্টা কৰোঁতে তেখেতৰ নিচেই সৰু কালতে লিখা কবিতা কেতখিনিলৈকো আমাৰ চকু পৰে। তাৰ বহুতো হাতে লিখি উলিওৱা মাহেকীয়া কাকতত আছে। সেইবোৰ ছপাই প্ৰকাশ কৰা নাই। কলেজত পঢ়া পদ্যত 'মেঘদূতৰ' অসমীয়া ভাঙনি কৰি লিখিছিল। দেখা যায় লিখাও শেষ নহল, সি প্ৰকাশো হোৱা নাই। তাৰ পৰা আমি এটা কথাত বুজা যায় তেখেতৰ সংস্কৃত সাহিত্যৰ প্ৰতি অনুৰাগ। শব্দ-যোজনাতো বহুতো সংস্কৃত শব্দৰ ব্যৱহাৰ দেখা যায়। এইটো গুলাই থকা কথাই যে দুই এটা কবিতা সাময়িকভাবে কেতিয়াবা লিখিলেও আচলমতে গোসাঁইদেৱ কবি নাছিল।

## সাহিত্যক্ষেত্ৰত বিশেষত্ব

গোসাঁইদেৱে লিখা বহুতো ৰচনা আৰু ভাল ভাল প্ৰবন্ধ এতিয়াও অপ্ৰকাশিত অৱস্থাত আছে। এই বিলাকৰ বিষয়বস্তু, বিশেষতঃ

পৰৱৰ্ত্তী কালত লিখা বিলাক অতীব লাগতিয়াল বিষয়ৰ আছিল। ৰচনাবিলাকত ভাব প্ৰকাশৰ প্ৰাঞ্জলতা দেখা যায়। লিখা ষ্টাইল কিন্তু শেহৰফালে পৰিবৰ্ত্তিত হল। চাকৰিয়াল জীৱন আৰম্ভ কৰাৰ আগলৈ অৰ্থাৎ ছাত্ৰাৱস্থাত লিখা ৰচনা বিলাকৰ ভাষা আৰু সাহিত্য ক্ষেত্ৰত প্ৰতিষ্ঠা লাভ কৰাৰ পিচত লিখা ৰচনাৰ ভাষা একে নহয়। পিচত লিখা বিলাকত নামনি অসমত ব্যৱহাৰ কৰা বহুতো শব্দ, খণ্ডবাক্য আৰু প্ৰকাশভঙ্গী প্ৰচুৰ দেখা যায়।

তেখেতৰ স্পষ্ট অভিমত এয়ে আছিল যে ভাষাৰ বিশেষত্ব নিৰ্ভৰ কৰে ব্যাকৰণত, শব্দত নহয়।" ভাষাৰ সমৃদ্ধিৰ কাৰণে আন আন ভাষাৰ শব্দ গ্ৰহণত তেখেতৰ মত উদাৰ আছিল। ঠিক এই কাৰণতে তেখেতে অসমীয়া ভাষাতো উজনি-নামনি অসমৰ ব্যৱহৃত শব্দ-বিলাকৰ ভিতৰত কোনো পাৰ্থক্য নকৰি তাক সহজে ব্যৱহাৰ কৰিছিল। কিন্তু তেনে কৰোঁতে ব্যাকৰণৰ নিয়ম ক'তো লঙ্ঘন কৰা নাই। তেখেতৰ এই অভিমত বহুতৰে গ্ৰহণযোগ্য বিবেচনা হোৱাত উজনি-নামনি ভাষাৰ যি দ্বন্দ সি শাম কাটিলে। উপযুক্ত ভাব প্ৰকাশক শব্দবোৰ যৰে পৰা হলেও সকলোৱেই তেতিয়াৰ পৰা গ্ৰহণ কৰিবলৈ ধৰিলে।

আন ঠাইত এই বিষয়ত তেখেতৰ স্পষ্ট অভিমত এইদৰে দিয়া আছে,—"অকল উজনিৰ শব্দকেইটা লৈয়ে অসমীয়া ভাষা হব নোৱাৰে। প্ৰকৃত অসমীয়া ভাষা উজনি-নামনি সকলো ঠাইৰ অসমীয়া ভাষাৰ মাত-কথা গ্ৰহণ কৰি সুবৃহৎ ভাষা এটা হৈ উঠিব লাগিব। পুৰণি অসমীয়া পুথিবোৰত ইয়াৰ অপৰ্য্যাপ্ত উদাহৰণ পোৱা যায়। যি দুজনা ধৰ্ম্ম-গুৰুৰ ৰচিত ধৰ্ম্ম পুথিৰ ওপৰত ভেটি বান্ধি অসমীয়া ভাষা আৰু সাহিত্যৰ মন্দিৰটো আজি প্ৰায় দুশ বছৰ

বাহিৰৰ ধুমুহা যন্ত্ৰপাতক যেনেপ নকৰি নিক্পকপীয়া হৈ তিষ্ঠিল, সেই প্ৰাতঃ স্মৰণীয় মহাপুৰুষ শঙ্কৰ-মাধৱৰ চৰিত পুথিবোৰতো নামনি অসমৰ শব্দহে বেছিকৈ পোৱা যায়। ”

সেই কাৰণেই গোসাঁইদেৱে উজনি-নামনিৰ সকলোবোৰ শব্দ গ্ৰহণ কৰি সেইবোৰ যথাযথ প্ৰয়োগেৰে সৈতে এখন সুবৃহৎ অসমীয়া-ভাষাৰ অভিধান লিখিবলৈ হাতত লৈছিল। সেই অৰ্থে ৺ বাণীকান্ত কাকতী, ৺ কালিৰাম মেধি ডাঙৰীয়া প্ৰভৃতিৰে এখন সমিতিও গঠন কৰিছিল। গোসাঁইদেৱে প্ৰকাশ কৰি কৈছিল-“বৰ্তমান সময়ত অসমীয়া ভাষাত চলি থকা অভিধান কেইখনৰ এখনেও নামনিৰ নিত্য ব্যবহাৰ্য্য শব্দবোৰৰ প্ৰতিনিধিত্ব নকৰে। নামনিৰ এই শব্দবোৰ কোনেও জোৰ কৰি ব্যৱহাৰ কৰা নাছিল, আৰু কোনো ভাষাতেই কোনেও তেনেকৈ জোৰেৰে শব্দ ব্যৱহাৰ কৰাব নোৱাৰে। শব্দবোৰ মানুহৰ মুখে মুখে আপুনি জন্ম হোৱা বস্তু। মানুহে মনৰ-ভাব প্ৰকাশ কৰিবলৈ তাক ব্যৱহাৰ কৰে। গতিকে যিবোৰ আমি অসমীয়া ভাষাভাষী অসমীয়া লোক বুলি ধৰোঁ তেওঁলোকৰ মাত-কথাকো অসমীয়াত আদৰ কৰিব লাগিব।”দুঃখৰ কথা গোসাঁইদেৱৰ পৰিকল্পিত এই অভিধানৰ কাম কৰাৰ আগতে তেখেত স্বৰ্গী হল। তথাপি তেখেতৰ সেইয়েই আছিল অসমীয়া ভাষা সম্বন্ধে নিজা মত। আমি সেই কথাৰ সাৰবস্তু স্বীকাৰ কৰিব লাগিব।

অসমীয়া ভাষাৰ বৰ্ণ বিন্যাস আৰু বানান সম্বন্ধেও গোসাঁইদেৱৰ সুকীয়া মত আছিল। উপযুক্ত অসমীয়া ব্যাকৰণ এখনৰ অভাৱ তেখেতে বৰকৈ অনুভৱ কৰিছিল। সেই কথা অ,ভা,উ,সা সভাত

১৯০৫ চনত গুৱাহাটীত পঠিত "অসমীয়া ভাষা" শীৰ্ষক এখন ৰচনাত প্ৰকাশ কৰিছিল। সেই বিষয়ত তেখেতে যুক্তি দিছিল— "সকলোৱে জানে যে, ভাষাৰ আৱশ্যক মনৰ ভাব প্ৰকাশৰ কাৰণেই আৰু লিখাৰ আৱশ্যক মনৰ ভাব ভাষাত আবদ্ধ কৰি ৰাখিবৰ কাৰণে। এই মূল কথা পাহৰি ভাষাক ব্যাকৰণৰ নিয়মৰ প্ৰয়োগ বুলি ধৰিবলৈ গলে বিচাৰশূণ্য আচাৰৰ দৰে সি প্ৰায় অন্ধ সংস্কাৰৰ সমতুল্য হয়। চিন্তা নকৰি কেৱল সংস্কৃত ব্যাকৰণৰ খাতিৰ ৰাখিবলৈ গৈ ভাষা বিষয়ত আমি বহুত মেৰপাকত পৰিব লগিয়া হৈছোঁ।

ব্যাকৰণ নালাগে বুলি কোৱা নাই, বৰং ইয়াকেহে কব খুজিছোঁ, আমাক সম্পূৰ্ণ ব্যাকৰণ এখন লাগে। আচলতে অসমীয়া ভাষাৰ একমাত্ৰ ব্যাকৰণ 'হেমচন্দ্ৰ ব্যাকৰণ'; ইয়াতো অযথাৰূপে ইংৰাজী ব্যাকৰণক অনুকৰণ কৰা হৈছে। বাকীবিলাক ব্যাকৰণ সংস্কৃত ব্যাকৰণৰ অসম্পূৰ্ণ বা অকামিলা সংস্কৰণ মাত্ৰ। সেই দেখি নিভাঁজকৈ লিখা অসমীয়া ভাষাৰ ব্যাকৰণ এখনৰ আমাৰ অতি আৱশ্যক। কিন্তু এইটো আমি মনত ৰাখিব লাগিব যে, ভাষা আগ, ব্যাকৰণ পাচ; আৰু সকলো জীৱন্ত ভাষাতেই যিদৰে ব্যাকৰণক অনুকৰণ কৰি ভাষা লিখা যায়; সেইদৰে ব্যাকৰণেও প্ৰতিভাশালী লিখকক অনুসৰণ কৰি নিজৰ সূত্ৰ আদি প্ৰবৰ্তন কৰিব লগিয়াত পৰে। আমি এই কথা পাহৰিছোঁ দেখিয়েই ভাষা আৰু বানান, বাক্য গঠন আৰু শব্দ গঠন বিষয়ত আমাৰ মাজত ইমান বেমেজালি।"

বৰ্ণ বিন্যাস সম্বন্ধে তেখেতৰ মতামত এয়ে আছিল যে উচ্চাৰণ

অনুসৰি বৰ্ন বিন্যাস হব লাগে। সম্প্ৰতি আমেৰিকাতো সেই অনুসৰি ইংৰাজীৰ বানানবোৰৰ পৰা অনাৱশ্যক বহুত আখৰ বাদ দিয়া হৈছে। কিন্তু আমাৰ দুৰ্ভাগ্যৰ কথা যে পুৰণি অসমীয়া ভাষাত বৰ্ণ বিন্যাসৰ এই উৎকৃষ্ট নিয়ম থকাতো তাক আওহেলা কৰি আৰু নতুন বঙালী ভাষাৰ বৰ্ন বিন্যাস অনুকৰণ কৰি আমি বৰ্তমান অসমীয়া ভাষাৰ বৰ্ণ বিন্যাস ইমান টান কৰি তুলিছোঁ। আচলতে অন্ধ অনুকৰণ সদায় অপকাৰী। গোসাঁইদেৱে তেনে অন্ধ অনুকৰণৰ বিৰোধিতা কৰিছিল।

তেখেতৰ মতে এঘাৰতা স্বৰ আৰু ছাব্বিশটা ব্যঞ্জনবৰ্ণ হলেই উচ্চাৰণ অনুযায়ী আমাৰ বৰ্ণবিন্যাস কৰিব পাৰি। সেই কথা তেখেতে "চেতনাত" (আলোচনী কাকতত) বহলাই আলচ কৰিছিল। অৱশ্যে ইয়াৰ সমালোচনা হৈছিল। তথাপি গোসাঁইদেৱৰ সেই মত অনুসৰি আজি কালি আমাৰ ভাষাত বৰ্ণ বিন্যাসৰ পূৰ্বৰ কঠোৰ বান্ধোন কিছু শিথিল হৈছে। বহুতে গোসাঁইদেৱৰ মত সমৰ্থন কৰি সেই মতে বৰ্ণ বিন্যাস কৰিব ধৰিছে। যেনে আগেয়ে পৰ্ব্বত লিখিছিল এতিয়া বহুতে পৰ্বত লিখে, ডাঙ্গৰ নেলিখি "ডাঙৰ' লিখে, মইনা নিলিখি 'ময়না' লিখা ইত্যাদি।

প্ৰত্নতত্ত্বত গোসাঁইদেৱৰ যথেষ্ট ৰাপ আছিল। তেখেতৰ স্বভাৱ আছিল কোনো কথা খৰচি মাৰি বুজিবলৈ চেষ্টা কৰাটো। তেখেতে চাকৰিয়াল হিচাবে মঙ্গলদৈত থাকোঁতে "ভিতৰ-সেৱা", "ৰাতি খোৱা সম্প্ৰদায়" "গোপীধৰা" প্ৰভৃতি কথাবোৰ নো কি, তাৰ কিবা প্ৰকৃত আধ্যাত্মিক তাৎপৰ্য্য আছেনে জানিবলৈ প্ৰয়াস

কৰি বহুতো তথ্য জানি লৈ প্ৰয়োজন মতে থল বুজি সেইবোৰ কথা পিচত আলচ কৰিছিল।

আমাৰ দেশৰ অতীত বুৰঞ্জীৰ বহুতো কথা ৰহস্যময় ভাবে লুকাই থকাৰ দৰে আছে। সেই কথাবোৰ জানিবলৈ আগ্ৰহ আৰু সেই বিষয়ে চিন্তা কৰিও গোসাঁইদেৱৰ কি আনন্দ। আকৌ সেই চিন্তাৰ ফলত তেখেতৰ মনত যিটো কথা সত্য বুলি ধাৰণা হৈছিল সেইটো চলিত জনমতৰ, জনপ্ৰবাদৰ বিপক্ষে হলেও প্ৰকাশ কৰিবলৈ সঙ্কোচ কৰা নাছিল। সেই বাবে প্ৰত্নতত্ত্ব বিষয়ৰ অনেক কথাত তেখেতৰ প্ৰতিদ্বন্দী ওলাইছিল বা তাৰ সমালোচনা হৈছিল। ফলত দেখা গৈছিল যে তেখেতৰ গৱেষণামূলক কথাই আনৰ মনতো স্বাধীন চিন্তাৰ ঢৌ তুলিছিল। প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত তেনে চিন্তাৰ ঢৌ তুলিব পৰাটোৱেই এটা ঘাই বিশেষত্ব নহয়নে? গতানুকতিকতাত কৈ স্বাধীন চিন্তা শক্তি নিশ্চয় সকলো কথাতে ধন্যবাদাৰ্হ। এইটোও সত্য যে তেখেতৰ গৱেষণাৰ কথাবোৰ অভ্ৰান্ত বুলি ভাবি কাৰো ওপৰত জোৰ কৰি জাপি দিবলৈ তেখেতে চেষ্টা কৰা নাছিল।

গোসাঁইদেৱৰ প্ৰত্নতাত্ত্বিক চিন্তাধাৰাৰ মৌলিক বিশেষত্ব ফুটি উঠিছে, তেখেতে ১৯৩৪ চনৰ ৭ এপ্ৰিল তাৰিখে বহা 'কামৰূপ অনুসন্ধান সমিতিৰ' বছেৰেকীয়া অধিবেশনত সভাপতি হিচাবে দিয়া অভিভাষণখনিত। সেই অভিভাষণৰ বিষয়বস্তু কেইটা ইয়াত চমুকৈ দিবলৈ চেষ্টা কৰিছোঁ। আশাকৰোঁ ইয়াৰ যোগেই আপোনালোকে তেখেতৰ মৌলিকতাৰ বিষয়ে উপলব্ধি কৰিব পাৰিব।

অভিভাষণৰ আদিতে তেখেতে কৈছিল— "মোৰ জ্ঞানৰ গৰিমা

নাই আৰু সেইবাবে মই সভাপতিৰ যোগ্য নহওঁ; অযোগ্য কাৰণেই সভাপতি পতাত মই এই সন্মানৰ মূল্য বেছিকৈ বুজিছোঁ। আপোনালোকৰ নিমন্ত্ৰণ গ্ৰহণ কৰি মই অন্ততঃ আপোনালোকৰ কৰিব লগীয়া কামৰ বিষয়ে কিছু কব পাৰিম।...মই যি কম, তাক আপোনালোকে সাধাৰণ লোক এজনে সুধীসকলৰ আগত কৰা কিছুমান আপত্তি মাথোন বুলি গ্ৰহণ কৰিব।

ব্যাপক অৰ্থত লৈ সাধাৰণ ভাবে কবলৈ হলে—অসমৰ বিষয়ে আমাৰ অতীত আৰু বৰ্ত্তমানৰ যি জ্ঞান আছে, সি চাৰিখন কিতাপতে আবদ্ধ যেনে (১) গুণাভিৰাম বৰুৱাৰ "অসম বুৰঞ্জী," (২) চাৰ এড্ৱাৰ্ড গেইটৰ "হিষ্টৰি অব অসম' (অসমৰ বুৰঞ্জী) (৩) পণ্ডিত পদ্মনাথ বিদ্যাবিনোদৰ—"কামৰূপ শাসনাৱলী" (৪) ৰায় বাহাদুৰ কণক লাল বৰুৱাৰ "প্ৰাচীন কামৰূপৰ বুৰঞ্জী"। ইয়াৰ প্ৰথম দুখনত যাইকৈ আহোম যুগৰ কথা আছে আৰু পিচৰ দুখনত প্ৰাক্ আহোম যুগৰ কথা আলোচনা কৰা আছে।...কিন্তু আপোনালোকৰ সমিতিৰ যোগ্য কাম হব, যিবোৰ কথা এতিয়ালৈকে পোহৰলৈ অহা নাই, সেইবোৰত পোহৰ পেলোৱা, আগতে সকলোৱে জনা কথাবোৰ প্ৰচাৰ কৰা নহয়। আমাৰ নিজৰ দেশৰ বিষয়ে আমাৰ অজ্ঞানতা কিমান গভীৰ, সেই বিষয়ে মই আপোনালোকক কিঞ্চিৎ আভাস দিম।

আহোম যুগৰ কথাৰেই আমাৰ কথা আৰম্ভ কৰোঁ। আহোম সকলৰ ৰাজত্বৰ আৰম্ভৰ তিনি শ মান বছৰলৈকে তেওঁলোকৰ ৰাজ্য বৰ্ত্তমানৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ ভিতৰতে আবদ্ধ আছিল।

সেই সময়ত চুটিয়া, কছাৰী, ভূঞা আৰু মেচ বিলাকেই দেশৰ অধিকাংশ ঠাই শাসন কৰি আছিল। দুখৰ বিষয় এই ৰাজ্যবোৰৰ স্বকীয়া বুৰঞ্জী পাবলৈ নাই। যি যি সময়ত এই ৰাজ্যবোৰৰ লগত মুছলমান আৰু আহোমৰ সংঘৰ্ষ হৈছিল—সেই সেই সময়ৰ হে মাথোন বিবৰণ পোৱা যায়। অন্য সময়ৰ বুৰঞ্জী নাই বুলিলেই হয়। উদাহৰণ স্বৰূপে বাৰভূঞা সকলৰ কথাকেই কব পাৰি। বাৰভূঞা সকলে বহুকাল ব্যাপি প্ৰতাপেৰে ৰাজ্য শাসন কৰিছিল আৰু তেওঁলোকৰ নাতি-পুতি সকল আমাৰ মাজত এতিয়াও আছে। অথচ তেওঁলোকৰ স্পষ্ট ইতিহাস একো নাই বুলিলেও হয়। ........ভূঞাসকলে কিমান দিন কত কত ৰাজত্ব কৰিছিল, তেওঁলোকৰ ৰজাৰ ক্ষমতা কেনেকুৱা আছিল, নাইবা তেওঁলোকৰ ৰাজ্যবোৰ পুৰণি গ্ৰীচৰ "চিটি ষ্টেট" বা নগৰ ৰাজ্যৰ দৰে আছিল নেকি ইত্যাদি কথা আমি একো নাজানো। সেই একে দৰেই কছাৰি কোঁচ, মেচ, চুটিয়া আদি সকলৰো ইতিবৃত্ত বেছি একো জনা নাযায়।

যিহওক, এওঁলোকৰ বিষয়ে বাৰু অলপ জনায়ে যায়; কিন্তু মৰাণ, বৰাহি আদি ফৌজবোৰৰ কথা আকৌ সিমানো জানিব নোৱাৰি। আহোম সকলৰ কথা বহুত জনা যায়। ১২২৮ খৃষ্টাব্দত প্ৰথমে যেতিয়া চুকাইফাই সৌমাৰ খণ্ডত প্ৰবেশ কৰে, তেতিয়া গুৱাহাটী, তেজপুৰ, নগাওঁ, যোৰহাট, ডিব্ৰুগড়, সদিয়া ধুবুৰী, ৰংপুৰ আদি কোনে শাসন কৰিছিল, সেই বিষয়ে অনুমান কৰাৰ বাহিৰে একো জানিব পৰা নাযায়।

প্ৰাক্ আহোম যুগৰ বিষয়েও আমাৰ জ্ঞান বৰ কম। অসম উপত্যকাৰ প্ৰায় সকলো মানুহেই আৰিমত্ত ৰজাৰ কথা শুনিছে।

উত্তৰ লক্ষীমপুৰৰ পৰা গুৱাহাটীলৈকে তেওঁৰ নামৰ পুখুৰী নাইবা অন্য ভগ্নাৱশেষ দেখিবলৈ পোৱা যায়। তেওঁ নিশ্চয় এজন শক্তিশালী ৰজা আছিল। কিন্তু এটা আখ্যানৰ বাহিৰে তেওঁৰ (জীৱনৰ) বিষয়ে একো জনা নাই।

তাৰ পিচত পুৰণি পুথি, শিলত কটা কথা, আৰু তামৰ ফলিত 'অঙ্ক' আখ্যা বিশিষ্ট কিছুমান ৰজাৰ নামৰ উল্লেখ পোৱা যায়। তাৰে ভিতৰত প্ৰখ্যাত হৈছে—গজাঙ্ক, মৃগাঙ্ক, মীনাঙ্ক, নাগাঙ্ক, শুকাৰাঙ্ক, আৰু ভানুকাঙ্ক, এইকেজন। তেওঁলোক একেবংশৰে ৰজা আছিল নে আমি তাক নাজানো। মোৰ বিশ্বাস এই আটাইবিলাক উপনাম মাথোন আছিল আৰু কেৱল যে এটা বংশৰ নাইবা একে ঠাইৰ ৰজাইহে তাক গ্ৰহণ কৰিছিল, এনে নহয়। ঠাই আৰু বংশ নিৰ্বিশেষে ই ৰজাৰ ৰুচি অনুসাৰে গ্ৰহণীয় আছিল। আমি জানো যে ভাস্কৰ বৰ্ম্মাৰ পিতাকৰ নামো আছিল মৃগাঙ্ক।

মই ভাবোঁ, ৰজাই নিজৰ পতাকাত ৰুচি অনুসৰি ছবি অঁকাইছিল। এনে কাৰ্য্য পুৰণি বীৰসকলৰ অনুকৰণত কৰা হৈছিল; যেনে গৰুড়ধ্বজ, কপিধ্বজ, মকৰ-কেতন। সি যিয়েই নহওক, কোন কোন ৰজাইনো এনে উপাধি গ্ৰহণ কৰিছিল, কিমান দিনলৈ ই চলিত আছিল আৰু কেতিয়া বন্ধ হল ইত্যাদি কৌতূহলপূৰ্ণ প্ৰশ্নৰ সমাধান আমাৰ নাই।

বিখ্যাত বঙ্গবীৰ শশাঙ্ক ৰজাৰ কথা কল্পনাৰ বলেৰে এইদৰেও কব নোৱাৰিনে যে, শশাঙ্ক আছিল "অঙ্ক' আখ্যাধাৰী বংশৰেই এজন ত্যাজ্য যুৱৰাজ। ধৰি লোৱা যাওক তেওঁ আছিল কুমাৰ ভাস্কৰ

বৰ্মাৰেই ভতিজাক আৰু বঙ্গ, বিহাৰ আৰু উড়িষ্যালৈ গৈ তেওঁ বাহুবলেৰে এখন বিশাল ৰাজ্য স্থাপন কৰি লৈ ভাস্কৰ বৰ্মাৰ লগত যুঁজ পাতিছিল। আৰু এটা কথা এইদৰে ভাবিব পাৰি যে, ভাস্কৰে কুমাৰ বা যুৱৰাজ আখ্যা গ্ৰহণ কৰিছিল, কাৰণ সিংহাসনৰ কাৰণে তেওঁৰ দাবী সকলোৱে মানি লোৱা নাছিল। আৰু এনেকৈয়ে ভাস্কৰবৰ্মা আৰু শশাঙ্কৰ নামে বাৰু চিন্তাৰ কাৰণে প্ৰেৰণা নিদিয়েনে ?

ইয়াৰ পিচত ৺গোসাঁইদেৱে 'কালিদাসৰ যুগত কামৰূপ' আৰু 'মহাকাব্যত কামৰূপ' শীৰ্ষক দুটি বিষয়ৰ আলচ কৰি দেখুৱাইছিল যে সেই সময়ত কামৰূপ ৰাজ্য এখন লেখত লবলগীয়া ৰাজ্য আছিল। কামৰূপ, প্ৰাগ্‌জ্যোতিষ আৰু লৌহিত্য এই তিনিটা নাম মহাকাব্য দুখন আৰু পুৰাণত পোৱা যায়। এইবোৰৰ পৰা আমি নিঃসন্দেহে জানিব পাৰোঁ যে অতি পুৰণি কালত এই ঠাই শিক্ষা আৰু কৃষ্টি বিস্তাৰৰ কেন্দ্ৰ আছিল। ইযাৰ পৰা ইয়াকে সিদ্ধান্ত কৰিব পাৰি যে অতীতৰ পৰা কামৰূপ এখন প্ৰবল পৰাক্ৰমী ৰাজ্য আছিল।

কিন্তু তেখেত এটা কথাত আচৰিত যে খৃঃ পূঃ ৫00ৰ পৰা খৃঃ ৩00লৈকে বৌদ্ধযুগত কামৰূপৰ বিষয়ে বিশেষ একো উল্লেখ নাই। বৌদ্ধযুগত এনে উন্নত ৰাজ্যখনৰ কি হল ? তেতিয়া সেই ৰাজ্যত এনে অৰাজকতা হৈছিল নে যে তাৰ নাম পৰ্য্যন্ত নাইকিয়া হ'ল ? গতিকে সেই সময়ৰ ডাঙৰ বা বিখ্যাত কথাবোৰতো কামৰূপ বাদ পৰিল ?

তথাপিও বৌদ্ধ ইতিহাসত কামৰূপৰ নাম সমূলি নথকাটোৰ কাৰণ বিচাৰি পোৱা টান। বৌদ্ধ ধৰ্মগুৰুসকলে কামৰূপৰ আপে-

পাশে থকা বৰ্ম্মা, বঙ্গ, ভূটান, তিব্বত আদিত সদ্ ধৰ্ম্মৰ প্ৰচাৰ কৰিছিল অথচ কামৰূপত প্ৰচাৰ কৰা নাছিল ই আচৰিত ধৰণৰ কথা। মোৰ সেইকাৰণেই এনে বিশ্বাস হয় মই অৰণ্যে তাৰ সিদ্ধান্তমূলক যুক্তি দিব নোৱাৰোঁ।–যে বৌদ্ধসকলে সেইসময়ত কামৰূপক অন্য কিবা নামত জানিছিল। বৌদ্ধধৰ্ম্ম যে কামৰূপত প্ৰচাৰ হৈছিল আৰু কামৰূপ যে কেইশতিকামান ধৰি বৌদ্ধকৃষ্টিৰ কেন্দ্ৰ আছিল তাৰ ভূৰি ভূৰি প্ৰমাণ আছে। (সম্পাদকৰ টোকা— নতুবা দিগ্বিজয় কৰিবলৈ আহি শঙ্কৰাচাৰ্য্যই কামৰূপ পাই হিন্দুধৰ্ম্ম পুনৰ স্থাপনৰ কথা কেনেকৈ প্ৰয়োজন হয় ?)

আলেকজেণ্ডাৰ আৰু অশোকৰ সময়ৰ কামৰূপ শীৰ্ষক আলোচনাত গোসাঁইদেৱৰ প্ৰশ্ন যে সিবিলাকে কিয় কামৰূপ বিজয় কৰাৰ কথা উল্লেখ কৰা নাই ? এই প্ৰশ্নৰ সমাধানৰ যুগ এতিয়া আহিছে আৰু তেনে চেষ্টাৰ ফলত আমাৰ বহুতো পুৰণি কথা আবিষ্কাৰ হব পাৰিব। তেখেতে অনুমান কৰে যে বৰ্ত্তমানে চিহ্ন-মাখিবাহাৰ ওচৰত হাবিৰ মাজত থকা "বনুৱাদেউলেই"অশোকৰ ভগ্নাৱশেষৰ স্থান হব। তেখেতে অনুমান কৰে যে গুৱাহাটীৰ ওচৰতেই অশোকৰ স্তম্ভ নিশ্চয় আছে আৰু কালত সি আবিস্কৃত হব।

বৈদিক যুগত কামৰূপ শীৰ্ষক কথাৰ আলোচনাত গোসাঁইদেৱে সম্প্ৰতি নতুনকৈ প্ৰচাৰিত এটা মতবাদৰ উল্লেখ কৰি কয় যে আৰ্য্য-সকলৰ এটা দল বা শাখা পূবৰ পৰ্ব্বতবোৰৰ দাঁতিয়েদি আহি ভাৰতত সোমাইছিল। এই মতবাদৰ সমৰ্থনত ৺গোসাঁইদেৱে কয় যে মানৱ সভ্যতা বিস্তাৰৰ ইতিহাসত দেখা যায় যে ডাঙৰ ডাঙৰ নদীৰ তীৰভূমি-

বোৰেই সভ্যতাৰ জন্মস্থান আছিল। নীল, টাইগ্ৰীচ, ইউফ্ৰেটিক, সিন্ধু, গঙ্গা আদিৰ সাৰুৱা উপত্যকাবোৰেই তাৰ উদাহৰণ। ব্ৰহ্ম-পুত্ৰও এখন ডাঙৰ নদী আৰু সেইকাৰণেই ব্ৰহ্মপুত্ৰৰ পাৰতো তেনে এটা স্বকীয়া সভ্যতা গঢ়ি উঠিছিল বুলি ভাবিবৰ কাৰণ আছে।

দ্বিতীয়তে ভৌগলিক গবেষণাৰ পৰা জানিব পাৰি যে এসময়ত সমস্ত আৰ্য্যাৱৰ্ত্ত পানীৰ তলত আছিল। তেতিয়া উত্তৰ অঞ্চলৰ মাটি ভাগ দাক্ষিণাত্যৰ লগত লগ লাগি থকাতকৈ মধ্যভাৰতৰ লগতহে বেছি ঘনিষ্ঠ সম্বন্ধ আছিল বুলি অনুমান হয়। দাক্ষিণাত্য হয়তো আফ্ৰিকা আৰু অষ্ট্ৰেলিয়াৰে সৈতে সংলগ্ন এখন পৃথক মহাদেশ আছিল।

বিশেষজ্ঞসকলে কয় যে মধ্যএচিয়াই মানৱ জাতিৰ প্ৰাচীন বাস-ভূমি আছিল। সেয়ে হলে ব্ৰহ্মপুত্ৰ উপত্যকাও অতি প্ৰাচীন কালৰ পৰাই মানুহৰ বাসস্থান আছিল বুলিলে কোনো ভুল নহব। কিন্তু কনেকুৱা মানুহৰ বসতি আছিল সেই বিষয় একো জনা নাযায়।

তেখেতৰ মতে কোনো এটা জাতিৰ কথা জানিবলৈ হলে ৰাজ-নৈতিক ইতিহাসেই যথেষ্ট নহয়। ভাষা, সাহিত্য, আচাৰ, ৰীতি-নীতি, সমাজ, ধৰ্ম্ম আদিয়েও জাতিৰ ইতিহাস নিৰ্ণয়ত বহুখিনি সহায় কৰে। এই বিলাকৰে বা আমি কিমান জানো ?

ইয়াৰ পিছত পোনতে তেখেতে কামৰূপী সাহিত্য বিষয়ক কথাৰ অৱতাৰণা কৰি লিখিছিল—"পুৰণি কামৰূপী সাহিত্য বিবিধ প্ৰকাৰৰ আছিল—তাৰ ক্ষেত্ৰও আছিল বিশাল। কিন্তু আজি আমি তাৰ পৰিসৰ কিমান কেইজনে বুজি পাওঁহঁক। এতিয়ালৈকে আমি

পোৱা পুৰণি লিখিত অসমীয়া সাহিত্যৰ ভিতৰত "প্ৰহলাদ চৰিত্ৰ" খনেই আটাইতকৈ পুৰণি বুলি প্ৰকাশিত হোৱা পাইছোঁ। ৺কালিৰাম মেধি ডাঙৰীয়াই ইয়াক সম্পাদন কৰি উলিয়াইছে। তেখেতৰ মতে সেইখনেই কামৰূপী সাহিত্যৰ প্ৰথম পুথি কেতিয়াও নহয়। এইখনৰ আগত আৰু কিবা লিখিত পুথি আছেনে পাবলৈ আমি বিশেষকৈ যত্ন কৰা নাই আৰু গতিকে একো কথা থিৰাংকৈ কব নোৱাৰোঁহঁক। তাৰ পিচত 'বুদ্ধদোহা' সম্বন্ধে আলচ কৰি লিখিছে— নই অৱশ্যে নেপালত মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে আবিষ্কাৰ কৰি সম্পাদন কৰা বুদ্ধদোহাবোৰৰ কথা পাহৰা নাই। কোনো কোনো পণ্ডিতে ভাবে যে এই দোহাবোৰৰ ভাষাত প্ৰাচীন অসমীয়া আৰু বঙলা ভাষাৰ নমুনা পোৱা যায়। সেই বিষয়ত মোৰ মতদ্বৈধ নাই। কিন্তু মোৰ দুখ লাগে ইয়াকে ভাবিহে যে আমি এই পদবোৰ বৈজ্ঞানিক প্ৰণালীৰে পঢ়ি তাৰ গঢ়-গঠন আৰু উন্নতিৰ বিষয়ে ক্ৰমাগত আলোচনা কৰি হেমসৰস্বতীৰ যুগলৈকে তাৰ ইতিহাস বিচাৰিবলৈ যত্ন কৰা নাই।

অসমীয়া ভাষাৰ উৎপত্তি মাগধী প্ৰাকৃতৰ পৰা নাইবা প্ৰাচ্য প্ৰাকৃতৰ পৰা হৈছে সেই বিষয়ে নিজৰ খাতাং মত নাছিল কিন্তু সন্দেহ প্ৰকাশ কৰিছিল যে প্ৰাচ্য প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা হলে বৰৰুচিৰ দৰে বিখ্যাত বৈয়াকৰণিকে ব্যাকৰণত ইয়াৰ উল্লেখ কৰিলে-হেঁতেন।

ধৰ্ম আৰু সামাজিক আচাৰ নীতি বিষয়ক আলচত গোসাঁইদেৱে লেখিছিল। "কামৰূপত এসময়ত বৌদ্ধধৰ্ম প্ৰচলিত আছিল আৰু

ইয়াৰ ভূমিত দকৈ শিপাব পৰিছিল। চুটিয়া আৰু কছাৰী আদিৰ ধৰ্ম কাৰ্য্যকে ভিতৰ কৰি এতিয়া প্ৰচলিত থকা সকলো-বোৰ ধৰ্ম্মৰেই অনুষ্ঠান বিলাকত বৌদ্ধধৰ্ম্মৰ কিছু প্ৰভাব থকা অনুমান কৰিব পাৰি। আমাৰ দেশত সময়ত শৈব, শাক্ত আৰু বৈষ্ণৱ তিনিও প্ৰকাৰ ধৰ্ম্মানুষ্ঠানৰ কথাৰ বহুতো প্ৰমাণ পোৱা যায়। আধুনিক ধৰ্মোৎসব বিলাক কিন্তু বৈষ্ণব ধৰ্মৰ দ্বাৰা প্ৰভাবান্বিত হৈছে। তদু-পৰি ৰাতিখোৱা, ভকতীয়া সম্প্ৰদায তামোল নোখোৱা সম্প্ৰদায়। গোপীধৰা সপ্ৰদায আদি বুৰিয়ে বুৰিযে অনেক গুপ্ত সম্প্ৰদায় অসমত আজিও আছে। এইবিলাক ধৰ্মভাবৰ সংমিশ্ৰন আৰু জীৱনৰ ওপৰত তাৰ প্ৰভাবৰ কথা উপযুক্ত প্ৰত্নতাত্বিকৰ অনুসন্ধানৰ বস্তু হৈ আছে।

আমাৰ দেশত এনে ঠাই নাই যত পুৰণি ভগ্নাৱশেষৰ চিন পৰি থকা নাই। এই ভগ্নাৱশেষৰে আমাৰ পৰ্ব্বত পাহাৰ হাবি-ৰন ভৰি আছে। তাৰ আমি কিমান অংশৰ কথা জানো? তেজ-পুৰৰ বামুণী পাহাৰত পৰি থকা ভগ্নাৱশেষে গুপ্ত যুগৰ বুলি অনুমান কৰে। কিন্তু সেই মন্দিৰ কোনে সজাইছিল। এই শিলত কটা ভাস্কৰ্য্যৰ লগত কামৰূপ ছয়গাঁওৰ চান্দোসদাগৰৰ মেৰঘৰৰ ভগ্নাৱশেষৰে মিল দেখা যায। আচলতে সেইবোৰ একে সময়ৰে ভাস্কৰ্য্যৰ চানেকিনে?

ডিমাপুৰৰ ভগ্নাৱশেষৰ বিষয়ে পণ্ডিত সকলে জানিবৰ প্ৰায় ষাঠি বছৰৰ বেছি হল। সেইবোৰ নো কি? খুব সম্ভৱ সেইবোৰ কছাৰী ভগ্নাৱশেষ নহয়। এইবোৰ কোনো বিস্মৃতিৰ গৰ্ভত আজি মাৰ যাবলৈ ওলোৱা লিঙ্গ পূজাৰেই চানেকী? সুধী-সকল! এই দীঘলী পুখুৰীটোৰেই বা অতীত কাহিনী কি?

ৰুক্মক বা ভীমক নগৰত থকা ভালুক পুং বৈদ্যগড়, কেন্দুৰা গড়, ভোঙ্গাল বলহু গড়, প্ৰতাপগড়, পৃথিমী নগৰ এইবোৰকেই বা সজাইছিল কোন ৰজাই ? সেই সময়ত দেশৰ সাধাৰণ অৱস্থাই বা আছিল কেনে ?

আমাৰ দেশত যতবোৰ দেৱালয় আছে তাৰেই বা আমি কি বুজ পাওঁ ? নবগ্ৰহদেৱালয় আৰু চক্ৰাকাৰ কি ? নবগ্ৰহৰ দক্ষ সূৰ্য্য পাহাৰো এটা সাঁথৰৰ দৰে । উগ্ৰতাৰা বৌদ্ধ দেবীনে কি ? জনাৰ্দ্দন বৌদ্ধ মূৰ্ত্তি নে ? শুক্ৰেশ্বৰ কোনে স্থাপন কৰিছিল ? দীৰ্ঘেশ্বৰ, ধাৰেশ্বৰ, মণিকৰ্ণেশ্বৰ ইত্যাদিৰ অতীত বুৰঞ্জী কি ? হাজোৰ হয়গ্ৰীব মাধৱ দেৱালয়ৰ বা কামাখ্যা মন্দিৰৰ বিষয়েই বা কিমান কথা জানো ? আমাৰ দেশতো বহুতো দেৱালয়ত নাচনীৰ আবিৰ্ভাব হ'ল । ইয়াৰ লগত দাক্ষিণাত্যৰ দেৱ-দাসী প্ৰথাৰ কিবা সমন্বয় আছেনে ? বহুতো মন্দিৰত আকৌ মূৰ্ত্তি স্নান কৰোৱা মানুহ ব্ৰাহ্মণ নহয় । ইয়াৰ কাৰণ কি ?

ইয়াৰ পিছত গোটেই কামৰূপত ব্যাপক ভাবে হোৱা ভঠেলি-উৎসৱৰ কথা উত্থাপন কৰি লিখে—

এই উৎসৱটোৰ এই কেইটা কথা মন কৰিব লগীয়া । (১) বৰ দীঘল বাঁহ এডাল বিবিধ ৰঙৰ কাপোৰ আৰু অলঙ্কাৰেৰে সজাই পুতি দিয়া হয় (২) অন্য এটা দলে আহি ভঠেলি ঘৰ ভাঙ্গি দিয়ে । ভঠেলি ঘৰ কল পটুৱাৰে সজা হয় । ইয়াক এটা খুঁটাৰ ওপৰতে বৰ কৌশলেৰে সজা হয় । সাধাৰণতে ভঠেলিৰ লগতে এখন ডাঙৰ মেলা হয় । এই আচৰিত প্ৰথাটোৰ ইতিহাস কি ?

ই অতীতৰ বিস্মৃতিত মাৰ যোৱা কোনো বুদ্ধ বিজয়ৰেই উৎসৱ নে কি? নহলে বসন্তোৎসৱৰ লগত সম্বন্ধ থকা কোনো উৎসৱ ?

পুৰণি হাতে লিখা সংস্কৃত আৰু অসমীয়া পুথি আৰু দাঁতি কাষৰীয়া পাৰ্বত্য জাতিবোৰৰ ইতিহাস ইত্যাদি বোৰে এতিয়াও আমাক প্ৰত্নতত্ত্বৰ অনাবিষ্কৃত বিশাল সাম্ৰাজ্য এখনলৈ দেখুৱাই দিয়ে।

অসমত বিশ্ববিদ্যালয় স্থাপনত গোসাঁইদেৱৰ যি অভিমত, যি অবদান সেই সম্পৰ্কে আগতে কোৱা হৈছে। মুঠতে গোসাঁইদেৱে ভাবিছিল কলিকতা বিশ্ববিদ্যালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয় দুয়ো দুযোৰে পৰিপূৰক হিচাবে বেলেগ বেলেগ বিষয়ৰ গবেষণা আৰু পাঠক্ৰমৰ ব্যৱস্থা হব লাগে।

আমাৰ দেশত স্থাপিত হোৱা পুৰাতত্ত্ব বিষয়ৰ ঘাইকৈ তিনটা অনুষ্ঠান (১) কামৰূপ অনুসন্ধান সমিতি (২) অসম সাহিত্য সভা (৩) ইতিহাস আৰু প্ৰত্নতত্ত্ব বিভাগ। এই তিনিটা অনুষ্ঠানে তিনিটা সুকীয়া কাৰ্য্যক্ৰমেৰে কাম কৰিব পাৰিলে আমাৰ দেশৰ প্ৰত্নতত্ত্ব বিষয়ত বহুতো কথাত আগ বাঢ়িব পৰা যাব।

গোসাঁইদেৱৰ শেষ চেষ্টাত স্থাপিত হোৱা সংস্কৃত সঞ্জীৱনী সভাখনো পুৰাতত্ত্বৰে এটা শাখা হিচাবৰ অনুষ্ঠান বুলিলে অত্যুক্তি নহয়। ইয়াৰ যোগে হোৱা পুৰণি ছবিৰ প্ৰদৰ্শনী বৰ কাৰ্য্যকৰী হৈছিল।

যোগ্যজন হিচাবে চাকৰিৰ পৰা অবসৰ লৈ থকা কালতো গোসাঁইদেৱে চৰকাৰ পক্ষৰপৰা প্ৰতিনিধিত্ব কৰিবলৈ উদয়পুৰত বহা হিষ্টৰিকেল ৰেকৰ্ড কমিচনত যোগ দিবলৈ মনোনীত কৰিছিল। সেই কৰ্তব্য সমাধান কৰি আহি বাটতে দিল্লীত তেখেত স্বৰ্গী হ'ল।

গোসাঁইদেৱৰ সাহিত্য সাধনাত প্ৰয়োজন অনুযায়ী আৱশ্যকীয় আন নিতৌ লাগতিয়াল কিতাপো প্ৰণয়ন কৰি অভাৱ পূৰণ কৰিছিল। শিক্ষকসকলৰ শিক্ষা দানৰ প্ৰণালী সহিতে "শিক্ষক সহচৰ" এখন অতি আৱশ্যকীয় কিতাপ। নিম্নপ্ৰাইমাৰী খাপৰ ছাত্ৰ-ছাত্ৰীক শিক্ষা দিয়া সবাতোকৈ কঠিন কাম। তাৰ সহায়তা বৰ প্ৰয়োজনীয়। সেইদৰে স্কুলৰ তল শ্ৰেণীৰ উপযোগী বুৰঞ্জী আৰু ভূগোলো যুগুত কৰি দি ইয়াতো যথেষ্ট সহায়তা কৰিছিল।

একালে যেনে উচ্চাঙ্গৰ সাহিত্য ক্ষেত্ৰত গোসাঁইদেৱৰ দান আছিল সেইদৰে সৰু ল'ৰা-ছোৱালীৰ পাঠোপযোগী কিতাপ লেখাতো তেখেতৰ হাত আছিল আৰু সেইমতে কাম কৰিছিল।

মুঠতে চাবলৈ গলে গোসাঁইদেৱৰ গোটেই জীৱনেই শিক্ষা সংক্ৰান্ত, সাহিত্যৰ উন্নতিজনক কাৰ্য্য সংক্ৰান্ত যাবতীয় কামতে পৰিব্যাপ্ত আছিল।

## গোঁসাইদেৱৰ প্ৰতি শ্ৰদ্ধাঞ্জলি

গোসাঁইদেৱৰ কৰ্ম্মময় জীৱন অভাৱনীয় ভাৱে, অকস্মাতে সন্যাস ৰোগত আক্ৰান্ত হৈ দেশান্তৰত অবসান ঘটাৰ বাতৰি তাঁৰ যোগে গোটেই দেশ বাসীয়ে জানি সকলোৱেই মৰ্ম্মাহত হৈছিল। তেখেতৰ দৰে এজন লোকৰ মৃত্যুত সকলোৱে অন্তৰত এটা অভাববোধ সহজতে কৰিছিল। বিশেষকৈ অসমত বিশ্ববিদ্যালয় স্থপনেই সেই সময়ত ঘাই কথা আছিল আৰু তাৰে এজন প্ৰধান কৰ্ম্মী হিচাবে এনে কি বিশ্ববিদ্যালয় স্থাপনৰ

বাবে৺পোন প্ৰথম সন্মিলনৰ অহ্বায়কো তেখেতেই আছিল । কেনেনো অভাবনীয় বিধিৰ বিধান সেই সন্মিলনৰ প্ৰথম দিনা পতা সভাৰ দিনাই তেখেতৰ আদ্যশ্ৰাদ্ধৰ দিন পৰিছিল ।

কৰ্তব্য কামত হলেও দেশান্তৰত প্ৰিয়জনৰ বিয়োগ হোৱাত দেশবাসীৰ মনত শোকৰ বেগ আৰু প্ৰবল হৈছিল । গোটেই দেশতে তেখেতৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শনৰ চিহ্ন হৈছিল । নানা অনুষ্ঠানৰ পৰা, শিক্ষায়তনৰ পৰা, ব্যক্তিগত ভাবে আৰু ৰাজহুৱা সভা-সমিতি পাতি বিগত আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছিল ।

আমি এই অবসৰত তাৰেই নিদৰ্শন স্বৰূপে অতি সংক্ষেপে কিছু আভাস দিবলৈ চেষ্টা কৰিম । নগৰে-চহৰে, গাঁৱে-ভূঞে, দেশৰ বিভিন্ন অঞ্চলত আৰু অসমৰ বাহিৰতো যত যত আমাৰ মানুহ আছে সকলো ঠাইতে তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন, তেখেতৰ গুণাৱলীৰ আলোচনা তেখেতৰ অভাব বোধ জ্ঞাপক প্ৰস্তাৱাদি হৈছিল । ব্যক্তিগত ভাবে প্ৰকাশ কৰা উচ্ছ্বাসতো যথেষ্টই । বাতৰি কাকত বিলাকেও যেনে 'অসমীয়া' 'আসাম ট্ৰিবিউন', 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' 'ষ্টেট্‌চমেন', 'অমৃত বাজাৰ পত্ৰিকা', 'সাদিনীয়া বাঁহী', 'ভবিষ্যত অসম' 'মাহেকীয়া বাঁহী' প্ৰভৃতিত তেখেতৰ বিয়োগত শোকপ্ৰকাশৰ লগে লগে জীৱন কথাৰ সংক্ষিপ্ত আলোচনা আদি প্ৰকাশিত হৈছিল । সেইবিলাকৰো চমু আভাস আমি ইয়াত সন্নিবেশ কৰিলোঁ । এইবিলাকে ইয়াকেই প্ৰমাণ কৰে,—তেখেতৰ গুণত মানুহ কিমান মুগ্ধ আছিল আৰু সেইবাবে অন্তৰত কেনে শ্ৰদ্ধা পোষণ কৰিছিল ।

শ্ৰীশ্ৰী দক্ষিণপাটিয় সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱে 'সাতদিনীয়া বাঁহীত' এইদৰে শোক প্ৰকাশ কৰিছে—

"ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্কুল সমূহৰ ভূতপূৰ্ব্ব ইন্সপেক্টৰ ৺শৰৎচন্দ্ৰ গোস্বামীৰ ১৯।১২।৪৪ তাৰিখে দিল্লী নগৰত হোৱা আকস্মিক মৃত্যুৰ সংবাদ ২৩।১২ তাং "অসমীয়া" পত্ৰৰ পৰা জানিবলৈ পাই অতিশয় দুঃখিত হলোঁ।

তেখেত এজন বিশেষজ্ঞলোক আছিল আৰু অসমীয়া শিক্ষা কেন্দ্ৰত গৌৰৱ প্ৰতিষ্ঠানত অগ্ৰণী আৰু উৎসাহী আছিল। আগন্তুক বিশ্ববিদ্যালয়ৰ প্ৰধান উদ্যোক্তাসকলৰ ভিতৰত তেখেতো এজন অন্যতম আছিল। আমি জাঁজি বাহৰত গোসাঁইৰ লগত কথা-বতৰা হৈ বুজিব পাৰিছিলোঁ যে তেখেত কেৱল পাশ্চাত্য বিদ্যাতে কৃতী আছিল এনে নহয় সংস্কৃত সাহিত্যতো তেখেতে অভিজ্ঞতা অৰ্জন কৰিছিল। এনে এজন সুযোগ্য লোকৰ হঠাৎ হোৱা তিৰোধানে অসমবাসী মাত্ৰকেই অন্তৰত আঘাত নিদিয়াকৈ থাকিব নোৱাৰে।

তেখেতৰ শোক সন্তপ্ত অগ্ৰজাদি পৰিয়ালবৰ্গক এই কাকতৰ যোগেদিয়েই আমি সমবেদনা জনালোঁ। নৰ জগতত কোনো স্বাধীন নহয় সকলোৱে কৰ্ম্মাধীন। পান্থশালাৰ দৰে এই সংসাৰত কৰ্ম্মা-নুসাৰে জীৱনৰ যাত্ৰায়ত ঘটি থাকে। ইয়াকে ভাবি সি সকলেও শোক এৰি শান্তি লাভ কৰে যেন।

শেহত মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা জনালোঁ।"

ভূতপূৰ্ব্ব প্ৰধান মন্ত্ৰী লোকপ্ৰিয় বৰদলৈদেৱে কৈছিল,— "গোস্বামীদেৱ মোৰ সৰু কালৰে পৰা বন্ধু আছিল। তেখেতৰ আকস্মিক মৃত্যুৰ শোকে

মোক অভিভূত কৰিছে। শিক্ষা জগতত অসমীয়া জাতিৰ মঙ্গল সাধন তেখেতৰ জীৱনৰ উদ্দেশ্য আছিল। পুৰণি অসমৰ লুপ্ত গৌৰৱৰ বিষয়ে গৱেষণাত গোস্বামীদেৱ ওখ ঠাই অধিকাৰ আছিল। সুসাহিত্যিক হিচাবেও তেখেতৰ খ্যাতি আছিল। প্ৰস্তাৱিত বিশ্ব-বিদ্যালয়ৰ এজন প্ৰধান উদ্যোক্তা আৰু ট্ৰাষ্টবোৰ্ডৰ সম্পাদক স্বৰূপে অসম বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে তেখেতে অশেষ-পুৰুষাৰ্থ কৰিছিল। তেখেতৰ অভাৱত বিশ্ববিদ্যালয় পৰিকল্পনাৰ যে অপূৰণীয় ক্ষতি হল তাত কোনো সন্দেহ নাই। তেখেতৰ বিয়োগত আমি সৰ্ব্বতোভাৱে দুখীয়া হলেও তেখেতে হাতত লোৱা কাম পূৰণ কৰিবলৈ তেনে উৎসাহেৰে কাম কৰিবলৈ উপযুক্ত লোক ওলালেহে তেখেতৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু প্ৰকৃত সম্মান জনোৱা হব। পৰমেশ্বৰৰ চৰণত তেখেতৰ আত্মাই সদ্‌গতি লাভ কৰক।"

ভূতপূৰ্ব প্ৰধান মন্ত্ৰী পৰলোকগত চাৰ চৈয়দ মহম্মদ ছাদুল্লা চাহেবে গোসাঁইদেৱৰ কন্যা শ্ৰীমতি সুপ্ৰভা গোস্বামী দেৱলৈ এইদৰে লিখিছিল— "কল্যানীয়া মাইছানা, তোমাৰ পিতৃ বিয়োগৰ খবৰ পাই শিলঙৰ ঘৰত তোমাক বিচাৰি নাপালোঁ। ঠিকনা নাজানি চিঠিৰেও সহানুভূতি দেখুৱাই চিঠি লেখিব পৰা নাছিলোঁ। আজি আবেলি আসাম ক্লাবত তোমাৰ পিতাৰ সোঁৱৰণী সভা পাতি তাৰ সভাপতিত্ব গ্ৰহণ কৰি স্বৰ্গীয়জনৰ ওচৰত মোৰ ভাব প্ৰকাশ কৰিবৰ সুযোগ উলিয়াই লৈছোঁ।

তোমালোকৰ শ্ৰাদ্ধৰ নিমন্ত্ৰণী চিঠি পাইছোঁ। তোমালোকে তাত ধৰ্ম্মীয় শ্ৰাদ্ধ কৰা, আমিও আজি ভক্তি শ্ৰাদ্ধ ইয়াত কৰিম। তোমাৰ এই দুৰ্ভাগ্যত আমি বৰ দুখ পাইছোঁ। ঘৰৰ সকলোকে আমাৰ

সমবেদনা জনালোঁ। তোমাৰ ককদেউতাৰলৈ বেলেগে চিঠি লিখিলোঁ, এইখনকে পঢ়িবলৈ দিবা। তোমাৰ দুখৰ ভাগী— সৈয়দ সাদুল্লা।"

শিক্ষাবিদ পণ্ডিত, কলিকতা বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব ভাইচ চেঞ্চেলাৰ, দেশসেৱক স্বৰ্গীয় শ্যামা প্ৰসাদ মুখাৰ্জ্জীয়ে শ্ৰীমতী সুপ্ৰভা গোস্বামীলৈ লিখিছিল—"তোমাৰ পিতৃদেৱৰ আকস্মিক মৃত্যুৰ বাতৰি পাই মই অতিশয় শোক পালোঁ। তুমি মোৰ আন্তৰিক সমবেদনা জানিবা আৰু ঘৰৰ আন সন্তপ্ত পৰিয়ালক জনাবা। তেখেতৰ বিয়োগত অসম প্ৰদেশে এজন অনুৰাগী শিক্ষাবিদ পণ্ডিত আৰু উচ্চমনা লোক হেৰুৱালে।"

পুণা চহৰৰ লোক কল্যাণ অনুষ্ঠানৰ পৰা প্ৰফেচৰ দত্ত বামন পোদ্দাৰ মহাশয়ে লিখিছিল,—"তোমাৰ শ্ৰদ্ধেয় পিতৃদেৱতাৰ মৃত্যু সংবাদ মই এইমাত্ৰ মাদ্ৰাজৰ পৰা আহি পাই বিচলিত হৈছোঁ। কেইদিনমান আগতে তেখেতক মই উদয়পুৰত লগ পাইছোঁ। পুণাত ডক্টৰ সুৰেন্দ্ৰনাথ সেন ( এজন সুযোগ্য ইতিহাসজ্ঞ পণ্ডিত ) মহাশয়ক লগ পাইছিলোঁ। তেখেতেও এই শোকৰ বাতৰি পাইছে বুলি কলে। তোমালোকলৈ সমবেদনা জ্ঞাপক পত্ৰ দিছে বুলি কলে। মৃত্যু আজি হওক কালিলৈ হওক আহিবই—আমাৰো সময় চাপি আহিছে। এনে ধৰণৰ মৃত্যুয়ে সেই কথা বেছিকৈ সোঁৱৰাই দিয়ে। কিন্তু আমি নিৰ্ভয়ে আৰু দৃঢ়তাৰে আমাৰ কৰ্ত্তব্য কৰি যাব লাগিব।

উদয়পুৰত তোমাৰ মাতৃদেৱীৰ লগতো মোৰ দেখা হৈছিল। এই শোকত তেখেতে শান্তি কেনেকৈ পাব ? মোৰ দৃঢ়বিশ্বাস যে তেখেতে প্ৰকৃত ব্ৰাহ্মণ পত্নীৰ ধৈৰ্য্যেৰে এই শোকৰ সন্মুখীণ হবলৈ

সমৰ্থং পাব। মই শ্বিলঙত তেখেতৰ আদৰ যত্নৰ মাজত এসপ্তাহ আছিলোঁ। নাজানো কেতিয়া আকৌ মা কামাখ্যাৰ লগতে পূৰণি কামৰূপৰ সৌন্দৰ্য্য দেখা পাবৰ সৌভাগ্য হব। আশাকৰোঁ শ্ৰাদ্ধ-কাৰ্য্য সুকলমে সমাধা হৈছে। মই দুঃখিত যে মই যাব নোৱাৰিলোঁ। আশাকৰোঁ মোলৈ নাপাহৰিবা। মোৰ একমাত্ৰ দুখ যে স্বৰ্গীয় গোসাঁইদেৱৰ অসমাপ্ত পুৰাতত্ত্ব অনুসন্ধানৰ কাম এতিয়া কোনে কৰিব ?"

পেছোৱাৰ চহৰৰ পৰা এছ, এম, জাফৰ, এম, আৰ, এ, এছ (লণ্ডন) ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ডচ কমিছনৰ অন্যতম সদস্যই শোকসন্তপ্তা বিধবা শ্ৰীযুতা গোস্বামীলৈ লিখিছিল — 'আপোনাৰ শ্ৰদ্ধেয় স্বামীৰ লগত অলপ দিন আগতে মাথোন মোৰ পৰিচয় হৈছিল। তেখেতৰ হঠাতে মৃত্যু হোৱা বাতৰি পাই মৰ্ম্মাহত হৈছোঁ। উদয়-পুৰত তেখেতৰ লগত কেদিনমানৰ মাথোন পৰিচয় হলেও মোৰ ধাৰণা যে তেখেতৰ ব্যক্তিত্ব বৰ চিত্তাকৰ্ষক আৰু মানুহৰ মন হৰণ কৰিব পৰা বিশেষ শক্তি সম্পন্ন। মোৰ মনত আছে তেখেতে পেছো-ৱাৰ দৰ্শন কৰিবলৈ কেনে ইচ্ছুক আছিল আৰু মোৰ আতিথ্য গ্ৰহণ কৰিবলৈ কথা দিছিল। মই দুঃখিত যে অহা বছৰ আমাৰ ইয়াত বহিব লগা "কমিছনৰ" সভাত তেখেতক নাপাম। তেখেতৰ এই অভাৱজনিত শূন্যতা আনে পূৰণ কৰিব নোৱাৰিব। আপোনা-লোকৰ শোকত মোৰ সহানুভূতি জনালোঁ। বিগত আত্মাই ঈশ্বৰৰ কৃপাত চিৰ শান্তি লাভ কৰক।"

পুণাৰ চাৰভেণ্টচ অৱ ইণ্ডিয়া চোচাইটিৰ পৰা শিক্ষাবিদ্ পণ্ডিত এ, ভি ঠক্কৰে লিখিছিল,—কল্যাণীয়া সুপ্ৰভা, তোমাৰ পিতৃদেৱতাৰ

মৃত্যু সংবাদ পাই মই বৰ দুঃখিত হলোঁ। তেখেত মোৰ বন্ধু আছিল। দিল্লীত তেখেতৰ অসুখ হোৱা বাতৰি পাই ভাবিছিলোঁ শীঘ্ৰে আৰোগ্য হব। কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ আছিল আৰু তেখেতে তাতে স্বৰ্গী হ'ল। তেখেতৰ আত্মাই শান্তি লাভ কৰক। আশাকৰোঁ তোমালোকে এই শোক ভগৱৎ চৰণত অৰ্পিত চিত্তেৰেই গ্ৰহণ কৰিবাইক।''

শ্বিলঙৰ পৰা মিঃ ই, জি, লেমবাৰ্ট চাহাবে শ্ৰদ্ধেয় ৺গোসাঁইদেৱৰ বিধৱা পত্নীলৈ লিখিছিল— ''চিঠিৰেই মোৰ আন্তৰিক সমবেদনা জ্ঞাপক শোক প্ৰকাশ কৰিছোঁ। শোকাবহ ঘটনাই অকল আপোনাৰে নহয় অসমৰে ক্ষতি কৰিলে। তেখেতক মই ভালদৰে জানিছিলোঁ। তেখেতেই মোক এই দেশৰ বুৰঞ্জী আৰু জনজাতিৰ বিষয়ে চৰ্চ্চা কৰিবলৈ পোনতে উদ্‌গণি দিছিল। তেখেতৰ বিয়োগত অসমে এজন সুযোগ্য সন্তান হেৰুৱালে।”

অসম শিক্ষা বিভাগৰ ভূতপূৰ্ব্ব ডিৰেক্টৰ, ইয়ং ইণ্ডিয়া ক্লাবৰ প্ৰতিষ্ঠাতা শ্ৰীযুত এচ, চি, ৰায় এম, এ মহোদয়ে লাইমোখ্ৰৰা শ্বিলঙৰ পৰা লিখিছিল— ''স্নেহৰ মাইচানা, তোমাৰ পিতৃদেৱ মোৰ প্ৰীতি ভাজন বন্ধু আছিল। তেখেতৰ আকস্মিক মৃত্যু সংবাদ শুনি মৰ্ম্মাহত হৈছোঁ। মই আৰু তোমাৰ মাসীমাৰ পক্ষৰ পৰা তোমালোক সকলোকে আমাৰ আন্তৰিক গভীৰ সমবেদনা জনাইছোঁ। তেখেতৰ আত্মাৰ প্ৰতি আমাৰ শ্ৰদ্ধাভক্তিৰ অৰ্ঘ্য দিবৰ কাৰণে কালিলৈ লাবানৰ অসম ক্লাবত এখন সভা আহ্বান কৰা হৈছে। মাননীয় চাৰ চৈয়দ মহম্মদ চাদুল্লা চাহাবে সভাপতিত্ব কৰিব। উদয়পুৰলৈ যোৱাৰ আগতে তেখেতে

প্ৰাথমিক শিক্ষাৰ শিক্ষক সমূহলৈ এটি সুন্দৰ বাণী দি গৈছিল। সেই বাণীটিযেই আমাৰ কাৰণে শেষ সম্পত্তিৰূপে ৰাখিছোঁ আৰু সভাত পাঠ কৰি শুনাইছোঁ।

ইয়ং ইণ্ডিয়া ক্লাবৰ কাৰণে তেখেতে নিজৰ উৎসাহ, উদ্যম, শক্তি আৰু সময় দি নানা বিষয়ে সাহায্য কৰিছিল। আজি আমি তেখেতক হেৰুৱাই দৰিদ্ৰ আৰু ক্ষতিগ্ৰস্ত হৈছোঁ। সেই ক্লাবৰ পক্ষৰ পৰাও তোমালোকলৈ বিশেষ ভাৱে সহানুভূতি জনাইছোঁ। আসামৰ শিক্ষা বিভাগ আৰু জাতীয় সেৱাৰ কৰ্ম্মক্ষেত্ৰত তেখেতৰ অভাৱত যি এটি নক্ষত্ৰ হেৰুৱালে সি আৰু পূৰ্ণ নহয়। আমি যেন প্ৰাথমিক শিক্ষা আৰু বিশ্ববিদ্যালয় সম্বন্ধে তেখেতৰ আকাঙ্ক্ষা পূৰ্ণ কৰি তেখেতৰ পৰলোকগত আত্মাক শান্তনা দিব পাৰোঁ।"

ভূতপূৰ্ব্ব মন্ত্ৰী ডিব্ৰুগড়ৰ শ্ৰীনবকুমাৰ দত্তই জোঁৱায়েক শ্ৰীযুত গোকুল চন্দ্ৰ গোস্বামী দেৱলৈ লিখিছিল— "আমি আপোনাৰ শহুৰেকৰ দিল্লীত মৃত্যু সংবাদ পাই অতিশয় দুঃখিত হৈছোঁ। আমাৰ দেশ তথা অসমীয়া জাতিয়ে এজন অক্লান্ত সেৱক আৰু উৎসাহী শিক্ষাবিদক হেৰুৱালে। আমি তেখেতক সিদিনা মাথোন শ্বিলঙত দেখা পাইছিলোঁ। তেখেতৰ স্বাস্থ্য অটুট আছিল। সেইজনৰ যে এনেভাৱে তিৰোধাম হব সপোনৰো অগোচৰ আছিল। যিহওক আমাৰ আন্তৰিক সমবেদনা জনালোঁ। অনুগ্ৰহ কৰি পৰিয়ালৰ আন সকলোকো জনাব।"

অসম ব্যৱস্থাপক সভাৰ সভাপতি দেশনেতা শ্ৰীযুত কুলধৰ চলিহাদেৱে লিখিছিল,— "তোমাৰ পিতৃদেৱ আজীৱন কাল মোৰ

বন্ধু আছিল। তেওঁৰ বহু কথা ওতঃপ্ৰোত ভাৱে মোৰ স্মৃতিত জড়িত আছে। তেওঁৰ প্ৰথম সাহিত্য গ্ৰন্থ মোৰ নামে উছৰ্গা কৰা কথা আজি আকৌ মনত পৰিছেহি। সাহিত্যিক হিচাবে তেওঁৰ খোজ আমাৰ দেশত বহুদিনলৈ বৈ যাব। অনুষ্ঠান গঢ়োঁতা হিচাবে তেওঁৰ সুনাম অসমত সদায় থাকিব। চন্দ্ৰকান্ত হল, চন্দ্ৰকান্ত ট্ৰাষ্ট, নৱদেৱ ট্ৰাষ্ট আদিয়ে তেওঁৰ নাম আমাৰ মনত সদায় পেলাই থাকিব। তেওঁক ১।১২।৪৪ তাৰিখে শেষ কলিকতাত দেখোঁ; তেতিয়া ভবা নাছিলোঁ যে তেওঁক যুৰি আৰু দেখা নাপাম। জয়পুৰ, পুষ্কৰ আদি ঠাইত থকা-মেলাৰ দিহা কৰা হৈছিল। আশাকৰোঁ সেই ঠাইত তেওঁৰ সংমানেৰে অভ্যৰ্থনা কৰিছিলে। তেওঁক হেৰুৱাই আমি বহুত দুখীয়া হলোঁ।"

ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ডচ্ কমিছনৰ সেইসময়ৰ সম্পাদক খ্যাতনামা বুৰঞ্জীবিদ্ ডাঃ এচ, এন, সেনে লিখিছিল,— "মহাশয়া, আপোনাৰ প্ৰিয় স্বামীৰ মৃত্যুজনিত শোক সংবাদ পাই অতিশয় মৰ্ম্মাহত হৈছোঁ। এজন কৃতবিদ্য শিক্ষাব্ৰতী বুলি তেখেতক গোটেই ভাৰততে জানিছিল। তেখেতৰ মৃত্যুত আমাৰ ৰেকৰ্ড কমিছনেও বহুদিনৰ পৰা থকা যোগ্য সভ্য এজনক হেৰুৱা বাবে এটা অপূৰণীয় ক্ষতি হল। তেখেতৰ ভদ্ৰ আচৰণ, বিনয় ব্যৱহাৰ আৰু জ্ঞানী পুৰুষ হিচাবে আমাৰ সকলোৰে প্ৰিয় আছিল। আমাৰ এই অনুষ্ঠানৰ সভাপতি আৰু আন আন সভ্যসকলৰ পক্ষৰ পৰা মই সকলোৰে হৈ আন্তৰিক সমবেদনা জ্ঞাপন কৰিছোঁ। এই ক্ষতিৰ দুখ বহনৰ শক্তি ঈশ্বৰে আপোনাক দিয়ক।"

দিল্লীৰ হৰিজন সেৱক সংঘৰ সহকাৰী সম্পাদক শ্ৰীযুত শ্যামলালে লিখিছিল— "আজি এই মাত্ৰ আপোনাৰ স্বামীৰ মৃত্যু সংবাদ পাই মৰ্ম্মান্তিক বেজাৰ পাইছোঁ। ......ডাক্তৰ সকলে ভৰসা নিদিলেও আমি এনে হব বুলি ভবা নাছিলোঁ। নিশ্চয় আপোনাৰ শোকপ্ৰকাশৰ ভাষা নাই। ঘৰ এৰি বিদেশত মৃত্যু আৰু শোকাৱহ। আমাৰ হিন্দু গৃহিণী সকল ত্যাগ আৰু দুঃখসহনশীলতাৰ মূৰ্ত্ত প্ৰতীক। ঈশ্বৰক প্ৰাৰ্থনা জনাওঁ আপোনাকো সেই শক্তি আৰু ধৈৰ্য্য দিয়ক। হৰিজন বসতিৰ সকলোৰে হৈ মই আমাৰ সমবেদনা জ্ঞাপন কৰিছোঁ। স্বৰ্গীয় গোসাঁইদেৱৰ সংস্পৰ্শলৈ অহা সকলোৱেই আপোনাৰ দুঃখৰ ভাগী হব নিশ্চয়"।

এইদৰে সেইসময়ৰ খ্যাত নামা সাহিত্যিক দেশসেৱক, ৰাজ-কৰ্ম্মচাৰী গুণমুগ্ধ অন্যান্য বিশিষ্ট লোকসকলৰ পৰা অজস্ৰ ভাবে শোক প্ৰকাশক, শ্ৰদ্ধা জ্ঞাপক, গুণাৱলী বৰ্ণনা কৰি অভাববোধ স্বীকাৰ কৰি পত্ৰাদি আহিবলৈ ধৰিলে। সেই আটাইবোৰ প্ৰকাশ কৰা সম্ভৱ নহয়। সেইবাবে কেইজনমান সদাশয় লোকৰ নাম ইয়াত উল্লেখ কৰা হল মাথোন। অৱসৰপ্ৰাপ্ত উচ্চ ৰাজকৰ্ম্মচাৰী সাহিত্যিক শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা, ৺ কৃষ্ণকুমাৰ বৰুৱা, ভূতপূৰ্ব্বমন্ত্ৰী ৺ পি,চি দত্ত (শ্ৰীহট্ট), সাহিত্যৰত্ন শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, শ্ৰীযুতৰাধানাথ ফুকন, কলিকতাৰ শ্ৰীযুত নলিনীমোহন শাস্ত্ৰী, ডাক্তৰ শ্ৰীযুত ভুবনেশ্বৰ বৰুৱা, জনাব এম, এইচ, হুচেইন, শ্ৰীযুত খনিন্দ্ৰ কুমাৰ বৰুৱা, শ্ৰীযুত এচ, কে দত্ত (বৰ্ত্তমান চিফ চেক্ৰেটৰী) চেণ্ট এড্‌মাণ্ডচ্‌ কলেজৰ অধ্যক্ষ বেং ব্ৰাদাৰ অলিয়াৰি; ৺ তাৰাপ্ৰসাদ চলিহা, কুলবিল সত্ৰাধিকাৰ ৺ পদ্মচন্দ্ৰ গোস্বামী

ডা: শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা। মি: গেৰী ( গুৱাহাটী ), অৱসৰ-প্ৰাপ্ত মি: মেহতা ; মি: আৰ এন, দে ( ফৰেষ্টাৰ ) শ্ৰীযুত কুমুদৰঞ্জন চৌধুৰী ( শিলচৰ ), অধ্যাপক শ্ৰীযুত লক্ষ্মী নাৰায়ণ চট্টোপধ্যায়, সাহিত্যসভাৰ সম্পাদক ৺ ৰাজেশ্বৰ বৰুৱা আৰু শ্ৰীযুত ডিম্বেশ্বৰ নেওগ এম, এ ইত্যাদি —

৺ গোসাঁইদেউৰ সন্মানাৰ্থে, তেখেতৰ মৃত্যুৰ বাতৰি পাওঁতে, গোটেই আসাম আৰু চুৰমা ভেলীৰ স্কুলসমূহ এদিন বন্ধ ৰখা হৈছিল।

অনুষ্ঠানৰ যোগে শোক প্ৰকাশ হিচাবে সেইসময়ৰ অসম চৰকাৰেও গোসাঁইদেৱৰ মৃত্যুত দুঃখ প্ৰকাশ কৰিছিল। সেই কথা চৰকাৰৰ সহকাৰী সম্পাদক বি. এ. এন. কিদ্ওৱাই মহাশয়ে গুৱাহাটীৰ ডেপুটি কমিচনাৰৰ যোগে জনাইছিল—

গভৰ্ণমেণ্টৰ নিৰ্দ্দেশত জনোৱা হয় যে অৱসৰপ্ৰাপ্ত স্কুলসমূহৰ ইন্সপেক্টৰ শৰৎচন্দ্ৰ গোস্বামী আই, এচ,ও মহোদয়ৰ আকস্মিক মৃত্যুত অতিশয় দুঃখ প্ৰকাশ কৰে। শোকসন্তপ্ত পৰিয়াললৈ নলবাৰীৰ বিধৱা পত্নীৰ যোগে চৰকাৰৰ সহানুভূতি জ্ঞাপন কৰে।

গোসাঁইদেৱৰ আকস্মিৰ বিয়োগত শোক প্ৰকাশ আৰু শ্ৰদ্ধা জনাবৰ কাৰণে 'অসম সাহিত্য সভাৰ' এখন বিশেষ সন্মিলন পতা হয়। তাত তলত লিখাৰূপে প্ৰস্তাৱ গৃহীত হয়। "অসম সাহিত্য সভাৰ অন্যতম প্ৰতিষ্ঠাতা আৰু স্বনামধন্য সাহিত্যিক স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী মহোদয়ৰ অকাল আৰু আকস্মিক মৃত্যত অসম সাহিত্য সভাৰ এই বিশেষ সন্মিলনে গভীৰ শোক প্ৰকাশ কৰে, তেখেতৰ শোক সন্তপ্ত পৰিয়াললৈ আন্তৰিক সমবেদনা জনায় আৰু স্বৰ্গীয় আত্মাৰ সদগতিৰ

অৰ্থে পৰেমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে। স্বা:—কেৰামত আলি, সভাপতি।

অসম সাহিত্য সভাৰ তত্ত্বাৱধানত পতা আন এখন ৰাজহুৱা সভাত (যোৰহাট) গৃহীত আন এটি প্ৰস্তাবৰ নকল ইয়াত দিয়া হল-

"অসম সাহিত্য সভাৰ প্ৰাণ প্ৰতিষ্ঠাতা ৺ গোস্বামীদেৱৰ এটি সোঁৱৰণি ৰাখিবৰ কাৰণে আজিৰ সভাই অসম সাহিত্য সভাৰ কাৰ্য্য-কৰী সমিতিক অনুৰোধ কৰে। স্বা শ্ৰীকৃষ্ণকান্ত ভট্টাচাৰ্য্য সভাপতি।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সন্মিলন ২৭।৩০ ডিচেম্বৰত গুৱাহাটীত বহে। তাত তলত লিখামতে প্ৰস্তাব গৃহীত হয়। সন্মিলনৰ সভাপতি আছিল লোকপ্ৰিয় স্বৰ্গীয় গোপীনাথ বৰদলৈ. বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ডৰো তেখেত সভাপতি আছিল।

"এই সন্মিলনে ৺ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অকাল আৰু আকস্মিক মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। এই সন্মিলনৰ তেখেতেই আহ্বায়ক আছিল আৰু ট্ৰাষ্ট বোৰ্ডৰো সম্পাদক আছিল। বিশ্ববিদ্যা-লয় স্থাপনৰ উদ্দেশ্যে তেখেতে কৰা আশাশুধীয়া কাৰ্য্যবোৰৰ বিশেষ শলাগ লয়।"

সন্মিলনৰ সভ্য সকলে বিশ্বাস কৰে যে স্বৰ্গীয় গোসাঁইদেৱৰ বহু আকাঙ্ক্ষিত বিশ্ববিদ্যালয় স্থাপন কৰিব পাৰিলেই বিগত আত্মাৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধাজ্ঞাপন আৰু স্মৃতিতৰ্পণ কৰা হব।

এই সন্মিলনে শোকসন্তপ্ত বিধবা জীয়েক আৰু আন আন পৰিবাৰ বৰ্গলৈ সমবেদনা জ্ঞাপন কৰে। স্বা—শ্ৰীগোপীনাথ বৰদলৈ, সভাপতি।

অসম প্ৰাদেশিক মিউজিয়মৰ ট্ৰাষ্ট বোৰ্ডৰ সভাপতি শ্ৰীযুত কেদাৰমল ব্ৰাহ্মণ বি এল: এম, এল, এ দেৱে ট্ৰাষ্টবোৰ্ডৰ পক্ষৰ পৰা শোক প্ৰকাশ কৰি শ্ৰদ্ধা জনাই সন্তপ্ত পৰিবাৰবৰ্গলৈ সহানুভূতি জনাই লিখিছিল—"এই অনুষ্ঠানৰ ট্ৰাষ্টবোৰ্ডৰ সভ্য হিচাবে গোসাঁইদেৱৰ যি অমূল্য দান তাক সততে কৃতজ্ঞতাৰে স্মৰণ কৰি থাকিম।"

কামৰূপ অনুসন্ধান সমিতিৰ অবৈতনিক সম্পাদক শ্ৰীযুত উমাকান্ত গোস্বামী এম. এ. বি, এল মহোদয়ে, বৰ্ত্তমান স্থানীয় সমিতিৰ বৈঠকত গৃহীত প্ৰস্তাৱৰ নকল এইদৰে পঠাইছিল- "সমিতিৰ কাৰ্য্যকৰী সভাই স্বৰ্গীয় গোসাঁইদেৱৰ অকাল মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। তেখেতৰ মৃত্যুত এই সমিতিৰ অপূৰণীয় ক্ষতি হল। তেখেত অকল শিক্ষাবিদেই নহয় আমাৰ সমিতিৰ এজন সুযোগ্য সভ্য আছিল আৰু সমিতিৰ মুখপত্ৰ আলোচনী কাকতখনৰ ঘাই সম্পাদক আছিল। আমাৰ সমবেদনা সন্তপ্ত পৰিয়াললৈ জনোৱা হল।"

এইদৰে অভয়াপুৰীৰ পৰা অসম কলা পৰিষদ, গুৱাহাটীৰ অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, গুৱাহাটী প্ৰগতিশীল শিল্পীসংঘ, কামৰূপ সাহিত্য সমাজ, যোৰহাট থিয়েটাৰৰ সভ্যসকল, গুৱাহাটী কটন কলেজৰ অধ্যাপক, গুৱাহাটী লোকেলবোৰ্ড, নলবাৰীবাইজ, কুলবিল বাণী পীঠ আৰু ছাত্ৰ ইউনিয়ন, ধুবুৰী হৰিসভা, কোচবিহাৰ এ, এছ, এল, ক্লাব কলেজ হোষ্টেল, কাশী হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰ সমাজ, তিনিচুকীয়া কেন্দ্ৰীয় শিক্ষক সভা, ৺ পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত তেজপুৰ অ ভা: উ: সা: সভা কলিকতা মেডিকেল কলেজৰ ছাত্ৰসকল, শিৱসাগৰ জ্ঞানোদ্দীপিকা সভা, পলিটেকনিক স্কুল, যোৰহাট, ধুবুৰি

অসম সাহিত্যসভা, বৰপেটা ৰাজহুৱাসভা প্ৰভৃতি অসমৰ যাৱতীয় সৰু-বৰ অনুষ্ঠান আৰু বাহিৰৰ পৰাও গোসাঁইদেৱৰ প্ৰতি শ্ৰদ্ধাজ্ঞাপক শোকপ্ৰকাশক প্ৰস্তাবাদি নানা ভাবে নানা গুণ বৰ্ণনা কৰি স্মৃতি তৰ্পণ স্বৰূপে প্ৰকাশ কৰিবলৈ ধৰিলে। মুঠতে কবলৈ হলে অসমৰ যাবতীয় স্কুল কলেজ বিলাকৰ পৰা, চুকে-কাণে থকা সাহিত্য সভাৰ শাখাসভা বিলাকৰ পৰাও প্ৰস্তাবাদি গ্ৰহণ কৰি আহিবলৈ ধৰে। গোসাঁইদেৱৰ জনপ্ৰিয়তা ইয়াৰ দ্বাৰাই যথেষ্টৰূপে প্ৰমাণীত হৈছিল।

ইয়াৰ পিচত সংবাদ পত্ৰত প্ৰকাশিত দুই চাৰিটা কথাৰ অবতাৰণা কৰিয়েই এই অধ্যায় সমাপ্ত কৰা যাব।

"অসমীয়া" কাকতত শ্ৰদ্ধেয় শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অকাল বিয়োগত লিখিছিল—

বিনামেঘে বজ্ৰপাত হোৱাৰদৰে সুদূৰ দিল্লী নগৰীত সন্ন্যাস ৰোগত শৰৎচন্দ্ৰ গোস্বামী দেৱৰ মৃত্যু সংবাদ আহি পৰিল। ২৯ আৰু ৩০ তাৰিখে গুৱাহাটীত বহিবলগীয়া বিশ্ববিদ্যালয় সন্মিলন বহাৰ আগতে বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক আৰু সন্মিলনৰ প্ৰধান কৰ্ম্মকৰ্ত্তাৰ পৰলোক অসমীয়া ৰাইজৰ পক্ষে ডাঙৰ দুৰ্ভাগ্য। গোস্বামীদেৱৰ অবিহনত অকল পৰিকল্পিত বিশ্ববিদ্যালয়ৰ অপূ-ৰণীয় ক্ষতি হোৱা নাই; তেখেতৰ মৃত্যুত অসমীয়া জাতিয়ে এজন কৃতী সন্তান আৰু অসমীয়া সাহিত্যাই এজন আশাশুধীয়া আৰু লব্ধপ্ৰতিষ্ঠ সেৱক হেৰুৱালে।

প্ৰত্নতাত্ত্বিক হিচাপে গোস্বামীদেৱৰ গবেষণামূলক প্ৰবন্ধৱলীয়ে বিদ্বান সমাজৰ সমাদৰ লাভ কৰিছে। তেখেতৰ চুটী গল্পবোৰ অসমীয়া সাহিত্যৰসিক সকলক চিৰদিন আনন্দ দিব।

তেখেতৰ বিয়োগত বিশ্ববিদ্যালয় সন্মিলনৰ বাজহাড় ভাগিল বুলিব পাৰি কিন্তু নিৰুৎসাহ নহৈ বৰং উদ্যৈহতীয়া ভাবে সকলোৱে, হাতে পাতে ধৰি সন্মিলনৰ কাম কৃতকাৰ্য্যতাৰে সমাধা কৰি বিশ্ব-বিদ্যালয় স্থাপন কৰিব পাৰিলেহে গোস্বামী দেৱৰ প্ৰতি অসমীয়া জাতিৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ প্ৰকৃত প্ৰকাশ হব । ......সন্তপ্ত পৰি-য়ালনৈ আমাৰ সমবেদনা জনালোঁ ।”

  

'আজি অসমত শৰৎ গোসাঁই নাই' এই শিৰোণামাৰে বাঁহী কাকতত এইদৰে শ্ৰদ্ধা নিবেদন কৰিছে—

অসমী আইৰ সুসন্তান, আজীৱন শিক্ষাসেৱী, প্ৰস্তাৱিত । — গুৱাহাটী বিশ্ববিদ্যালযৰ ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়া উদয়পুৰত বহা হিষ্টৰিকেল ৰেকৰ্ড কমিচনত যোগ দিবলৈ গৈ উভটি আহোঁতে দিল্লীত যোৱা ১৯ ডিচেম্বৰ মঙ্গলবাৰে হঠাতে ঢুকায় । তেখেতৰ আকস্মিক বিয়োগত অসম আৰু অসমীয়া বাইজৰ যে কি মহান ক্ষতি হৈছে তাক প্ৰকাশ কৰিব নোৱাৰি । আমিও সান্ত্বনা লব নোৱাৰা হৈছোঁ । দেশৰ আগত বিশ্ববিদ্যালয় স্থাপনৰ এটা মহৎ কাম পৰি থকা অৱস্থাত এনে এটা জাতীয় ক্ষতিৰ সংবাদে সকলোৰে মন ক্ষুণ্ণ কৰিব নিশ্চয় ; তথাপি ধৈৰ্য্য আৰু আত্ম সান্ত্বনাৰ বাহিৰে দেশবাসীয়ে আজি এনে অবস্থাত শ্ৰীযুক্তা গোস্বামী, ককায়েক পণ্ডিত শ্ৰীযুক্ত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্ম্মভূষণ আৰু শোক সন্তপ্ত পৰিয়ালনৈ কেনেকৈ সান্ত্বনা জনাব ! আজি অসমত শৰৎ গোসাঁই নাই ! শৰৎ গোস্বামীৰ আত্মাই আমাৰ কাৰ্য্য ক্ষেত্ৰত সদাই বিৰাজ কৰক এয়েই বাঁহীৰ কামনা ।

গোস্বামী দেৱৰ জীৱন কথা আলচ কৰি এই কাকতৰে আন এঠাইত আছে—"অসমীয়াৰ সামাজিক আৰু শিক্ষা বিষয়ৰ অনুষ্ঠান বোৰত ৺ গোসাঁইৰ অক্লান্ত চেষ্টা আৰু উদ্যমৰ বিষয়ে কোনে খবৰ নেৰাখে ? অসম সংস্কৃত বোৰ্ড, অসমৰ স্কাউট আন্দোলন, অসমত জনশিক্ষা অভিযানত ৺ শৰৎ গোসাঁইৰ খাটনিৰ বিষয়ে কোনে খবৰ নলয ? অলপতে মাথোন শ্বিলঙ্গত গৈ প্ৰাইমাৰী শিক্ষাৰ আইন এখনৰ খচৰা তৈয়াৰ কৰি আহিল ( অৰ্থাৎ গোসাঁইৰ হাত নলগা কোনো অনুষ্ঠানৰে নাম আমাৰ দেশত লব নোৱাৰি ) । কলিকতাৰ পৰা প্ৰকাশিত দৈনিক কাকত— হিন্দুস্থান ষ্টেণ্ডাৰ্ড, আনন্দ বাজাৰ পত্ৰিকাত গোসাঁইদেৱৰ মৃত্যু সংবাদ প্ৰকাশিত হৈছিল । তাতো গোসাঁইদেৱৰ চমু জীৱন কথা প্ৰকাশিত হৈছিল আৰু অকাল বিয়োগত দুঃখ প্ৰকাশ কৰি সন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰি লিখিছিল । অসমৰ যি সন্ধিক্ষণত তেখেতৰ কৰ্মশক্তিৰ প্ৰয়োজন সমধিক আছিল ঠিক তেতিয়াই তেখেতৰ বিয়োগত প্ৰদেশ নিশ্চয় ক্ষতিগ্ৰস্ত হল ।"

গোসাঁইদেৱে অকল অসমীয়া সাহিত্য চৰ্চা কৰাই নহয় সংস্কৃত চৰ্চাৰ প্ৰতিও বিশেষ ধাউতি আছিল । তেখেতৰ যত্নতে "অসম সংস্কৃত সঞ্জীৱণী সভা" স্থাপিত হৈছিল আৰু তাত তেখেত আজীৱন সভ্য আছিল । সংস্কৃত বোৰ্ড আৰু সংস্কৃত এচোচিয়েছনৰ প্ৰবৰ্ত্তক আৰু সভ্য আছিল । নলবাৰীৰ সংস্কৃত কলেজ স্থাপন কৰ্তা তেখেতেই আৰু নিজেই তাৰ সভাপতি আছিল । সঞ্জীৱণী সভাৰ যোগে আপুৰুগীয়া কেইবাখনিও সংস্কৃত সাহিত্যৰ

পুথি সংগ্ৰহ কৰি প্ৰকাশ কৰিবলৈ নৌপাওঁতেই ইহলীলা সম্বৰণ কৰিব লগা হল।

*   *   *

"অসম ট্ৰিবিউন" কাকত তেতিয়া ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত হৈছিল। তাত গোসাঁইদেৱৰ বিয়োগ বাতৰি দিয়াৰ পিচত জীৱন কথা আলোচনা প্ৰসঙ্গত লিখিছিল—"কাৰ্য্যক্ষেত্ৰত গোসাঁইদেৱে যোগ্যতা আৰু দক্ষতা দেখুৱাব পৰা বাবে তেখেত ডেপুটি ইন্স-পেক্টৰৰ পৰা বিভাগীয় স্কুল সমূহৰ ইন্সপেক্টৰ পদলৈকে উধাব পাৰিছিল। তেখেতে এই বিভাগত ত্ৰিচ বছৰ কাল চাকৰি কৰোঁতে অকল শিক্ষা বিষয়ত মন দিয়াই নহয় অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ কাৰণেও বহুত কাম কৰি গ'ল।

সাহিত্য ক্ষেত্ৰত নিজৰ প্ৰকাশিত গল্প, উপন্যাস, পাঠ্যপুথি আদি লিখিয়েই ক্ষান্ত নাছিল। অনকো এই কাম কৰিবলৈ উৎসাহ, প্ৰেৰণা জোগাইছিল আৰু সময়ত সহায়তাও কৰিছিল। সাহিত্য সভাৰ যোগেও যিমানখিনি কাম হৈছিল সকলোৰে গুৰিত আছিল গোসাঁইদেৱ। এনে কি সাহিত্য সভাৰ অস্তিত্বই হ'ল তেখেতৰ যহতে।

যিবোৰ গুণৰ বলত গোসাঁইদেৱে ইমানখিনি প্ৰতিষ্ঠা লাভ কৰিলে সি হল—কৰ্ত্তব্য নিষ্ঠা, কৰ্ম্মকুশলতা, তৎকালিক সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা, অমায়িক ব্যৱহাৰ আৰু পবিত্ৰ চৰিত্ৰ।"

*   *   *

সাতদিনিয়া বাতৰি কাকত "ভবিষ্যত অসম"ত সম্পাদকীয় প্ৰবন্ধ হিচাবে লিখিছিল—"মৰিও মানুহ জীয়াই থাকে জনসমাজৰ

ভালপোৱাৰ স্মৃতিত। গোসাঁইদেৱে যদি আজি আমাৰ মাজত সশৰীৰে নাই তেখেতৰ স্মৃতিয়েই আমাৰ মাজত সততে জীয়াই ৰাখিব। ......তেওঁৰ ব্যক্তিত্বৰ বিষয়ে ভালকৈ মন কৰিব লগীয়া কথা হ'ল তেওঁৰ স্বভাৱসুলভ স্থিৰতা, সহানুভূতিশীল মন আৰু মাৰ্জ্জিত ৰুচিৰ আচাৰ-ব্যৱহাৰ।

শাৰীৰিক স্বাস্থ্যৰ দৰে শৰৎ গোসাঁইৰ মানসিক স্বাস্থ্যও মৃত্যুৰ সময়লৈকে অটুট আছিল। তেওঁৰ এই দৃঢ় মনোবলেই তেওঁৰ কৰ্তব্য নিষ্ঠাৰ কাৰণ আৰু ইয়াৰ জোৰতেই তেওঁ নিজৰ ভাগ্য নিজে গঢ়ি লব পাৰিছিল। .......নিজৰ প্ৰচেষ্টা আৰু বুদ্ধিৰ গুণত শৰৎ গোসাঁয়ে স্কুলৰ ডেপুটি ইন্সপেক্টৰ কামৰ পৰা শিক্ষা বিভাগৰ দায়িত্বপূৰ্ণ কাম 'ইন্সপেক্টৰ অব্ স্কুলচ'' পদ লাভ কৰিছিল। .......

অসমীয়াৰ নিজস্বতা আৰু বিশেষত্বৰ প্ৰতি তেওঁৰ সদায়ে এটা স্বাভাৱিক আকৰ্ষণ আৰু শ্ৰদ্ধা আছিল। কোনো বস্তু অসমীয়াৰ বুলি কবলৈ পালে গৌৰৱ বোধ কৰিছিল।

চৰকাৰী কামৰ পৰা অৱসৰ লোৱাৰ পাচতো তেওঁ নিষ্কাম জীৱন যাপন কৰা নাছিল। বৰং এতিয়াৰ পৰাহে তেখেতে দেশৰ ভালৰ হকে আৰু বহুত কাম কৰিব বুলি সকলোৱে আশা কৰিছিল। শৰৎ গোসাঁইৰ মৃত্যুত অসম আইয়ে এটি সু-সন্তান হেৰুৱালে। সন্তপ্ত পৰিয়াললৈ আমি সমবেদনা জনাইছোঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা— শৰৎ গোসাঁইৰ আত্মাই চিৰশান্তি লাভ কৰক।"

* * *

মাহেকীয়া কাকত জনশিক্ষাত—পৰলোকগত শৰৎচন্দ্ৰ শীৰ্ষক প্ৰবন্ধত শ্ৰীজিতেন্দ্ৰ নাথ বুজৰবৰুৱা দেৱে গোসাঁইদেৱৰ জীৱনৰ

কথা আলচ কৰি বিশেষকৈ তেখেতৰ উদয়পুৰলৈ যাত্ৰাৰ পৰা আৰম্ভ কৰি দিল্লীত ৰোগগ্ৰস্ত হৈ কেনেকৈ চিকিৎসা আৰু শুশ্ৰূষাৰ মাজতো বিয়োগ ঘটিল বিৱৰণ দি শেহত গোসাঁইদেৱৰ বহুমুখী প্ৰতিভাৰ ফলত হোৱা কাৰ্য্যৰ চমু টোকা লিখি এইদৰে শোক প্ৰকাশ কৰিছে—

"প্ৰাণ যে আকৌ কান্দি উঠে। দুনাই প্ৰশ্ন আহে গোসাঁইদেৱ গল কলৈ ? ৰিণিকি ৰিণিকি উত্তৰ আহে—অনন্ত ধামলৈ। আমাৰো কামনা আমাৰো বন্দনা, আমাৰো আৰাধনা যাতে তেখেতৰ পুণ্য আত্মায়ো তাতে শান্তিৰে জিৰণি লৈ আমাক আশীৰ্ব্বাদ দি কাৰ্য্য ক্ষেত্ৰত উদগণি দি থাকক।"

# ওপৰঞ্চি

[ শ্ৰীযুত কাশীনাথ বৰ্ম্মন শিক্ষাবিভাগৰ অৱসৰপ্ৰাপ্ত এজন চাকৰিয়াল। স্বৰ্গীয় গোসাঁইদেৱৰ লগত যথেষ্ট ঘনিষ্ঠতা আছিল। সেইকাৰণে গোসাঁইদেৱৰ বিষয়ে বাহিৰ ভিতৰ বহুতো কথা তেখেত জানে। সেইবাবে ইয়াত তেখেতৰ গোসাঁইদেৱৰ চৰিত্ৰ বিশ্লেষণ কৰি লিখা এটি প্ৰৱন্ধ নিবদ্ধ কৰা হল। গোসাঁইদেৱক একেবাৰে ওচৰ চাপি চোৱাই ইয়াৰ ঘাই কথা—সম্পাদক ]

## গোসাঁইদেৱৰ পিতৃ-মাতৃৰ প্ৰতি ভক্তি

গোঁসাইদেৱৰ পিতৃ-দেৱতা সৰু কালতে ঢুকায়। তেওঁ দহোবন কাটি কৰি থৈ আৰু পত্নীৰ অসুখ বিসুখলৈকো কেৰেপ নকৰি বছৰি নলবাৰীলৈ আহি ককায়েকৰ লগত পিতৃ-শ্ৰাদ্ধ কৰিছিল। তেওঁলোকৰ পিতৃ শ্ৰাদ্ধত বৰ সমাৰোহ হৈছিল। শ্ৰাদ্ধৰ হবিষ্যৰ দিনা ৰাতিৰে পৰা ধুলীয়া বায়ন মাতি সভা দিছিল আৰু অনেক বামুণ সজ্জন, শিষ্য-ভকতক নিমন্ত্ৰণ কৰি আনি খুৱাই-বুৱাই পৰিতুষ্ট কৰিছিল। আন সকলো কৰ্তব্যতকৈ এইটোকেই তেওঁ জীৱনৰ মুখ্য কৰ্তব্য বুলি ভাবিছিল।।

তেওঁৰ মাতৃ-দেৱী তেওঁৰ আদহীয়া কাললৈকে জীৱিত আছিল। ইং ১৯৩৬ চনত ঢুকায়। মাতৃ-শ্ৰাদ্ধও অতি সমাৰোহেৰে কৰা হৈছিল। জীৱিত কালত তেওঁ ঘৰলৈ আহিলেই মাতৃ-দেৱীক কোলাত

নৈছিল। তেওঁৰ মাতৃ-দেৱীৰ গা লাহী আছিল। জীৱনত তেওঁ মাতৃ-বাক্য কেতিয়াও লঙ্ঘন কৰা নাই।

গোঁসাইদেৱৰ ককায়েক পণ্ডিত প্ৰবৰ শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্মাচাৰ্য্য, সাহিত্যভূষণ এজনা স্বনাম প্ৰসিদ্ধ লোক। গোসাঁয়ে তেওঁক পিতৃৰ দৰে ভক্তি কৰিছিল আৰু ককায়েকে তেওঁক প্ৰাণতকৈয়ো অধিক স্নেহ কৰিছিল। তেওঁলোক দুয়োজনৰ মিলা-প্ৰীতি দেখি লোকতে তেওঁলোকক ত্ৰেতাযুগৰ ৰাম-লক্ষ্মণৰ লগত ৰিজাইছিল। দুয়ো ককাই-ভাই লগ লাগি ঘৰখনত এনে এটা সুনীতি আৰু শান্তিৰ পৰিবেশ কৰি তুলিছিল যে, তেওঁলোকৰ ঘৰলৈ গলে মানুহৰ অশান্ত মনো শান্ত হয়।

গোসাঁইদেৱৰ ভতিজাক সকলে প্ৰতি জনেই ভিন্ ভিন্ বিষয়ত কৃতিত্ব অৰ্জন কৰিছে। তেওঁলোকৰ শিক্ষা আৰু সুকৃতী ৺গোসাঁই-দেৱৰ চৰিত্ৰৰ প্ৰভাৱ আৰু যত্নৰ ফল বুলিলে অধিক কোৱা নহব।

চাকৰ ভাণ্ডাৰিৰ প্ৰতিও গোসাঁইদেৱ অতি মৰমিয়াল আছিল। অনেক নিঠৰুৱা চাকৰ-চাকৰণীৰ তেওঁ ঘৰ পাতি দিছিল। সিহঁতক সদায় আপোন যেন বুলি ভাবিছিল আৰু খোৱা-লোৱাত কোনো পাৰ্থক্য নাৰাখিছিল।

তেওঁৰ এজন ৰান্ধনি বামুণ ছাত্ৰবৃত্তি পাচ আছিল। গোসাঁইদেৱে তেওঁক নৰ্মাল ত্ৰৈবাৰ্ষিক পাচ কৰাই চৰকাৰী চাকৰিত সুমাই দিছিল। তেওঁ কাৰবাৰ কৰাৰ আগ্ৰহ প্ৰকাশ কৰি সেই কাম ইস্তফা দিয়ে; কিন্তু কাৰবাৰত লোকচান ভৰি পুনৰ চাকৰি কৰিবলৈকে বাধ্য হয়। এতিয়াও তেওঁ ঘৰৰ ওচৰৰ এখন ছাত্ৰবৃত্তি স্কুলৰ প্ৰধান শিক্ষকৰ পদত অধিষ্ঠিত হৈ আছে।

## পত্নীৰ প্ৰতি কৰ্ত্তব্য

গোসাঁইদেৱৰ পত্নী শ্ৰীযুক্ত ভুৱনেশ্বৰী দেৱী এগৰাকী সুশিক্ষিতা মহিলা আৰু বিচক্ষণ গৃহিণী। পিতৃ গৃহত তেওঁ অলপো লেখা-পঢ়া নাইবা যকস্তা কাম নাজানিছিল। কিন্তু এই অশিক্ষিতা গাঁৱলীয়া ছোৱালীজনীয়ে গোসাঁইদেৱৰ শিক্ষাৰ প্ৰভাৱত বৰ্ত্তমান অসমীয়া মহিলা সমাজতো এখনি বিশিষ্ট স্থান অধিকাৰ কৰিব পাৰিছে। এখন ডাঙৰ ঘৰ সুচাৰু আৰু পৰিপাটি ৰূপে চলাব পাৰিছে।

বিয়াৰ কেইবছৰমান পাচৰে পৰা তেওঁ বাত বেমাৰগ্ৰস্ত। গোসাঁইদেৱে আজীৱন তেওঁৰ চিকিৎসাত অজস্ৰ ধন ভাঙিছিল। সেই বুলি খন্তেকলৈকো পত্নীৰ প্ৰতি তেওঁৰ মনলৈ অশ্ৰদ্ধাৰ ভাৱ অহা নাছিল বৰং বয়স বঢ়াৰ লগে লগে পত্নীৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা বাঢ়িহে গৈছিল।

পত্নী বেমাৰী ; পুত্ৰ সন্তান নাই—এইবোৰ অজুহাত দেখুৱাই বন্ধু-বান্ধৱে তেওঁৰ পুনৰ্বিবাহৰ কথা উলিয়ালে তেওঁ কাঠহাঁহি মাৰি ইয়াকেহে কৈছিল—"এৰা, সংসাৰৰ বাকী সকলো সুখ হ'ল ; কেৱল সেই সুখটোহে বাকী আছে।" অকল এয়ে নহয় তেখেত ওচৰ সম্পৰ্কীয় সকলোৰে প্ৰতি মৰমিয়াল আৰু কৰ্ত্তব্য পৰায়ণ আছিল। অৰ্থাৎ সকলোৰে প্ৰতি সদয় ভাব ৰাখি কৰিব পৰা যাবতীয় সহায়তা কৰিছিল।

গোসাঁইদেৱৰ শিষ্যসকল আছিল। তেওঁবিলাকৰ প্ৰতিও তেখেত কেতিয়াও উদাসীন নাছিল। সময়ত খবৰা-খবৰ বৰা আৰু প্ৰয়োজনত সহায়তালৈ অহা তেখেতৰ স্বভাব আছিল। গতিকে সেই সকলেও 'চানা বাপাক' অতিশয় আদৰ আৰু শ্ৰদ্ধা কৰিছিল। ঘৰত মাননীয়সকলে গোসাঁইদেৱক চানাবাপা বুলি মাতিছিল।

## গোসাঁইদেৱৰ স্বাস্থ্য আৰু সাধাৰণ স্বভাৱ

গোঁসাইদেৱ এজন স্বাস্থ্যবান সুপুৰুষ আছিল বুলি কব পাৰি। তেওঁৰ টান বেমাৰ একো হোৱা নাছিল; সাধাৰণ অসুখ-বিসুখ কাচিতহে হৈছিল। যোৰহাট নৰ্ম্মাল স্কুলৰ অধ্যক্ষ থকা কালত তেওঁৰ এবাৰ টান জ্বৰ হৈছিল আৰু অৱসৰ লোৱাৰ পাচত গুৱাহাটীত কছুদিন গ্ৰহণী ৰোগত ভুগিছিল।

দেখাত তেওঁ ওখ-পাখ, তেজ-গোৰা বৰণৰ লনি গাৰে এজন শুৱনি পুৰুষ আছিল। তেওঁ যেতিয়া যি সাজকে পিন্ধিছিল সেই সাজেই তেওঁক শুৱাইছিল। তেওঁৰ মুখত সদায় প্ৰফুল্লতা আৰু কমনীয়তা বিৰাজ কৰিছিল।

গোসাঁইদেৱৰ মাত সৰু; কথা চুটি, পোন আৰু সুৰুচিপূৰ্ণ আছিল। খং কেতিয়াবা উঠিলেও তেওঁৰ চকু-মুখতহে উঠিছিল; তাৰ বাবে মাত ডাঙৰ আৰু কথাই সুৰুচিৰ সীমা পাৰ নহৈছিল। কথাৰে মানুহৰ মন মুহিব পৰা আৰু চুঙা চাই সোপা দিব জনা-- এই দুটা তেওঁৰ বৰ ডাঙৰ গুণ আছিল। এইকেইটা গুণে বিশেষকৈ তেওঁৰ চৰকাৰী পদবীৰ মৰ্য্যাদা ৰক্ষা কৰাত বৰ সহায় কৰিছিল। স্কুলৰ ইনস্পেক্টৰে তলতীয়া সকলো কৰ্মচাৰীকে সন্তুষ্ট ৰখা বৰ দুঃসাধ্য কাম। বিশেষকৈ চাকৰি দিয়া আৰু চাকৰিয়াল সকলক নিজৰ নিজৰ সুবিধাৰ ঠাইলৈ বদলি কৰা—এই দুটা অতি টান কাম। এই দুটা কাৰণতে ইনস্পেক্টৰ বহুতৰ অপ্ৰিয় হৈ উঠিব লগাত পৰে। গোসাঁইয়েও যে আটাইকে সন্তুষ্ট কৰিব পাৰিছিল এনে নহলেও তেওঁৰ এটা গুণ আছিল যাৰ বলত নিতান্ত বিৰক্ত মানুহজনেও মুখৰ আগত

টান কথা কব পৰা নাছিল। তেওঁৰ কাষৰ পৰা আঁতৰি গ'লেহে তেনে লোকৰ মনত নতুন তৰ্ক বা যুক্তি খেলায় সেই কাৰণে অনেকে এনে মত প্ৰকাশ কৰাও শুনা গৈছিল যে --"গোসায়ে মোহিনী মন্ত্ৰ জানে।"

## মেল-মিটিঙত গোসাঁইদেৱ

গোঁসাঁইদেৱে মেল-মিটিংত কোনো বাজে কথা বকি শক্তিৰ অপব্যয় নকৰিছিল। সভা-সমিতিত তেওঁ বক্তৃতা দিছিল; কিন্তু তেওঁৰ বক্তৃতাত কোনো ভাৱাবেগৰ কথা বা বিষয়ৰ লগত খাপ নোখোৱা কথা নাছিল। তেওঁ বিনা কামে আড়ম্বৰ কৰা মুঠেও ভাল নাপাইছিল। যি মিটিংত সভ্যসকলৰ উৎসাহ নাই, নিৰ্দ্ধাৰিত কৰ্মপন্থা নাই, তাক তেওঁ ঘৃণা কৰিছিল। এবাৰ এনে এখন শিক্ষক সভাৰ সভাপতিত্ব কৰি আহি তাৰ ফলাফল সম্পৰ্কে এই লেখকৰ আগত এনেদৰে দুঃখ প্ৰকাশ কৰি কৈছিল—"মোৰ ৩।৪ টা দিন, শৰীৰৰ কষ্ট আৰু টকা কড়িৰ খৰচ অনৰ্থক গ'ল।" কাৰণ তাত নতুনত্ব একো নাপাইছিল।

## স্কাউটিং

অসমত স্কাউটিংৰ প্ৰতিস্থা আৰু প্ৰচলনৰ শুৰিধৰাৰ ভিতৰত এজন অন্যতম আছিল। ইংসপেক্টৰৰ পদবী লাভ কৰিয়েই তেখেতে স্কাউ-টিং শিক্ষা অসম উপত্যকা জুৰি প্ৰচাৰাৰ্থে আশাশুধীয়াভাবে যত্ন কৰিছিল।

তেখেতে নিজেও স্কাউট ট্ৰেইনিং লৈছিল আৰু 'উদবেজ' ট্ৰেইনিংত কৃতকাৰ্য্যভাৱে উত্তীৰ্ণ হৈছিল। অসমৰ স্কাউট সকলক ভাৰতত প্ৰথম শ্ৰেণীৰ স্কাউটৰূপে পৰিণত কৰাত তেখেতৰ দান পাহৰিব নোৱাৰি। ১৯৩৭ চনত দিল্লীত প্ৰথম ভাৰতীয় স্কাউট জাম্বুৰীত অসমৰ স্কাউট দলটোৱে প্ৰথম স্থান অধিকাৰ কৰাৰ গুৰিত ৺গোসাঁই-দেৱ এজন।

তেখেতে স্কাউটিং এটি সৰু অনুষ্ঠানৰ পৰা গোটেই অসম ব্যাপি বৃহৎ অনুষ্ঠানত পৰিণত কৰে। তেখেতৰ যত্নতে স্কাউটিং স্কুলৰ ভিতৰতে আবদ্ধ নেথাকি শিক্ষক আৰু জনসাধাৰণৰ মাজতো প্ৰিয় হৈ উঠিছিল।

গোসাঁইদেৱ প্ৰভিন্সিয়েল এচিষ্টেণ্ট স্কাউট কমিচনাৰ আছিল। এসময়ত স্কাউটসকলে অন্য কাম বাদ দি উপবিস্থ কৰ্মচাৰীক 'গাৰ্ড অব অনাৰ' দিয়া ৰীতি কৰি লৈছিল। এই কথাত তেওঁ অতি দুখেৰে চিঠি লিখি 'গাৰ্ড অব অনাৰ' দিয়া বন্ধ কৰিছিল আৰু তেওঁ-লোকৰ প্ৰধান কৰ্ত্তব্য বোৰলৈহে শিক্ষক সকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

## গোসাঁইদেৱৰ সাধাৰণ অভ্যাস

গোঁসাই সদায় ৰাতিপুৱা ব্ৰাহ্ম মুহূৰ্ত্ততে শুই উঠিছিল আৰু প্ৰাতঃ-কৃত্য কৰি গা-পা ধুই, সন্ধ্যা আহ্নিক কৰি, সাজ-পাৰ পিন্ধি ৰাতি ভাত খোৱাৰ আগলৈকে দিনটোৰ কামৰ বাবে প্ৰস্তুত হৈছিল। ৰাতি-পুৱা আৰু দুপৰীয়া আৰু ৰাতি খোৱাৰ পাচত দাঁত ঘঁহি ভালকৈ মুখ ধুইছিল। তেওঁ চুৰত, ধপাত, তামোল একোকে নাখাইছিল।

## সেৱা শুশ্ৰূষাত—গোসাঁইদেৱ

ৰোগীৰ শুশ্ৰূষা কৰি তেওঁ আমনি বোধ নকৰিছিল। তেওঁৰ পৰিবাৰ বহুদিন শয্যাগত ৰোগী আছিল। সেই বুলি কোনো দিন তেওঁ শুশ্ৰূষাৰ ক্ৰটী কিম্বা শুশ্ৰূষা কৰি বিৰক্তি বোধ কৰা নাছিল। তেওঁৰ ঘৰৰ বাকী পৰিয়ালৰো কেবাবাৰো টান নৰিয়া হৈছিল। সেই সময়ত তেওঁৰ ধৈৰ্য্য, ৰোগীৰ সেৱা আৰু অৰোগীৰ কাৰণে ৰোগ প্ৰতিবিধান কৰাৰ উদ্যম আৰু উৎসাহ দেখি সকলো আচৰিত হৈছিল।

বিপদত তেওঁ কেতিয়াও ধৈৰ্য্য নেহেৰুৱাইছিল। তেওঁ বিপদৰ সময়ত কৈছিল—"খৰালি বৰনদীত যেয়ে সেয়ে নাও বাই যাব পাৰে; কিন্তু বাৰিষা যেতিয়া পানীৰ সোঁত বাঢ়ে, ঢকা ফুটে, চাকনৈয়া উঠে, ধুমুহা আহে, তেতিয়া তাৰ মাজেৰে যি সুকলমে নাও চলাই লৈ যাব পাৰে, তেওঁহে নাওৰীয়া। সেইদৰে সংসাৰৰ বিপদ-ধুমুহাত থিৰে থাকি যি সংসাৰ চলাব পাৰে, তেওঁহে প্ৰকৃত গৃহস্থ।" সঁচাকৈয়ে সংসাৰৰ বহুতো আপদ-বিপদত তেওঁৰ ধৈৰ্য্য আৰু গাম্ভীৰ্য্য দেখি আমি বিস্ময় মানিছিলোঁ!।

তেওঁ ডেকাৰ কাম সদায় ডেকাৰ চকুৰে চাইছিল। শ্ৰীযুত মাধব চন্দ্ৰ ভট্টাচাৰ্য্য (বৰ্ত্তমান কনজাৰভেটৰ অৱ ফৰেষ্ট) গোসাঁইৰ ডাঙৰ খুলশালি। তেওঁ কলেজত পঢ়া কালত এবাৰ দীপান্বিতাত মাৰিবলৈ গোসাঁইৰ যোৰহাটৰ ঘৰত আছোৱা বোম্ তৈয়াৰ কৰিবলৈ পটাচ আৰু মনশিলাৰ গুড়ি মিহলাইছিল। কিন্তু হঠাতে ধুম্ কৰি ফুটি তেওঁৰ চকু-মুখ পুৰিছিল; ভাগ্য ভাল যে ঘৰত জুই লগা নাছিল। গোসাঁই তেতিয়া ঘৰত নাছিল। খবৰ পাই লৰি আহি তেওঁৰ চিকিৎসাৰ

ব্যৱস্থা কৰিলে। অনেক দিনৰ মূৰত তেওঁ আৰোগ্য হ'ল। কিন্তু এই কাৰ্য্যৰ বাবে তেওঁ এদিনো বিৰক্তি প্ৰকাশ কৰা নাছিল বা টকা কড়িৰ খৰচৰ বাবে অনুশোচনা কৰা নাছিল। বৰং কৈছিল যে "ভগবানে মোক যে ইমানতে অব্যাহতি দিলে এয়েই পৰম ভাগ্য।"

## পৰিয়ালৰ মাজত গোসাঁইদেৱ

গোসাঁইৰ নিজৰ সন্তানৰ সংখ্যা নিচেই তাকৰ হলেও ভতিজা ভাগীন, নাতি-নাতিনীৰে সৈতে ঘৰভৰা পৰিয়াল আছিল। তেওঁৰ সুব্যৱস্থা আৰু সুতীক্ষ্ণ দৃষ্টিৰ কাৰণে কোনেও কাৰো শান্তি ভঙ্গ কৰিব পৰা নাছিল। তেওঁৰ সংসাৰ সদায় পৰিপাটি আৰু শান্তিপূৰ্ণ আছিল। ৰাতি খোৱাৰ সময়ত তেওঁ সকলোকে লগত লৈ খাবলৈ বহিছিল আৰু খোৱাৰ পিচতো প্ৰায় আধা ঘণ্টা কাল ল'ৰা-ছোৱালীৰ মাজত বহি নানা প্ৰকাৰ সামাজিক, ৰাজনৈতিক আৰু শিক্ষা সম্পৰ্কীয় আলাপ-আলোচনা কৰিছিল। এই আলোচনাত সকলোৱে নিজৰ মত খোলাখুলিকৈ কবৰ অধিকাৰ পাইছিল। আন কি, কোনো জনে তেওঁৰ কাৰ্য্যৰ সমালোচনা কৰিলেও তেওঁ ধৈৰ্য্য ধৰি শুনি তাৰ যথাযথ উত্তৰ দিছিল। এনে কাৰ্য্যত সৎ-সাহস দেখুওৱা বাবে তেওঁ সেইজনক প্ৰশংসাহে কৰিছিল। সামাজিক, ৰাজনৈতিক কোনো আলোচনাই এই ধৰণৰ মেলত বাদ নপৰিছিল। বয়সীয়া, ল'ৰা-ছোৱালী সকলোৱে কথাত এই মেলত তেওঁ সমানে মনোযোগ দিছিল আৰু কাৰো স্বাধীন মতত কোনোৱে হস্তক্ষেপ কৰিব পৰা নাছিল।

এইদৰে তেওঁ পৰিয়ালৰ মাজত প্ৰীতি, উদাৰতা আৰু সহনশীলতা বঢ়াইছিল।

## পৰিষ্কাৰ পৰিচ্ছন্নতা

পৰিষ্কাৰ পৰিচ্ছন্নতা বুলিলে বহু কথা সামৰে। বহুত ডাঙৰ মানুহৰ সাজ পাৰ পৰিপাটি কিন্তু ঘৰখন পৰিপাটি নহয়। কোনোৰ চাকৰ-চাকৰণী ভুখনা। কোনোৰ খকা ঘৰ পৰিষ্কাৰ-পৰিচ্ছন্ন; পাকঘৰ লেতেৰা ইত্যাদি। গোসাঁই নিজে সকলো কামতে পৰিপাটি আছিল আৰু পৰিয়ালৰ সকলোকে পৰিপাটিকৈ থাকিবলৈ শিক্ষা দিছিল। তেওঁৰ ঘৰৰ সকলোৰে সাজ-পাৰ, খকা ঘৰ, ঘৰৰ বয়-বস্তু সকলো পৰিচ্ছন্ন আছিল আনকি, আশ্ৰিত জীৱ জন্তুৰ পৰিষ্কাৰ পৰিচ্ছন্নতালৈকো তেওঁ সদায় চকু ৰাখিছিল। তেওঁৰ ঘৰৰ সকলোৰে পৰিষ্কাৰ পৰিচ্ছন্নতাৰ মাজেদি মনৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ যত্নপৰ আছিল। তেওঁৰ ঘৰৰ বয়-বস্তু স্থানান্তৰ কেৱে নকৰিছিল। ঘৰৰ কোনোৱে অসময়ত হাঁহি খিকিন্দালি নকৰিছিল। কেৱে অসময়ত খেল-ধেমালি কৰিব নোৱাৰিছিল। যথাসময়ত ল'ৰা-ছোৱালীয়ে খেল-ধেমালী কৰিছিল আৰু আজৰি পালে তেৱোঁ তেওঁলোকৰ খেল-ধেমালীত যোগ দিছিল। ছুটিৰ দিনত মধ্যাহ্ন ভোজনৰ পিছত ল'ৰা-ছোৱালীৰ লগত এঘণ্টা সময় তাচ বা ডবা খেলিছিল। ছুটিত বালি ভোজ খাবলৈ যোৱাটো তেখেতৰ এটা নিয়মেই হৈ পৰিছিল। বালি ভোজ খোৱাৰ অন্তত ভোজ খোৱা ঠাই ডোখৰ তেখেতে সদায় নিজহাতে পৰিষ্কাৰ কৰি থৈ আহিছিল।

চাকৰ-নাকৰক বেছিকৈ কাম নিদিছিল। মনৰ প্ৰফুল্লভাৱে যি যিমানখিনি কাম অলপো খুঁট নথকাকৈ পৰিস্কাৰ-পৰিচ্ছন্নভাৱে কৰিব পাৰে, তাক সিমানেহে কাম দিছিল; কিন্তু কামত অৱহেলা বা ত্ৰুটি দেখিলে বকনি খাইছিল। তেওঁ জীৱনত কেতিয়াও চাকৰৰ ওপৰত হাত তোলা নাছিল।

## আদৰ্শ গৃহ-শিক্ষক গোঁসাইদেৱ

বৰ দুখৰ কথা যে আমাৰ দেশৰ বহুত ডাঙৰ মানুহৰ ঘৰখন চিক্জিল নহয় আৰু তেওঁলোকে লৰা-ছোৱালীক সম্পত্তি বুলি নাভাবে। তাৰ ফলত তেওঁৰ মৃত্যুৰ লগে লগে ঘৰখনৰ জ্যোতি মাৰ যায়। ভাল মানুহৰ ঘৰখনেই এখন ডাঙৰ পাঠশালি আৰু ঘৰুৱা জীৱনতহে ল'ৰা-ছোৱালীৰ মনত মহত্বৰ বীজ ৰোপিত হয়। গোসাঁইদেৱ এই আদৰ্শৰ আহিস্বৰূপ আছিল। তেওঁৰ ঘৰখন শান্তি আৰু সুনীতিৰ আশ্ৰম আছিল আৰু তেওঁ তেওঁৰ ঘৰত থাকি পঢ়া ল'ৰা-ছোৱালীৰ শিক্ষা আৰু চৰিত্ৰ গঠন সম্পৰ্কে সদায় সজাগ দৃষ্টি ৰাখিছিল। কাৰ কি বিষয়ত ৰাপ তালৈ চাই তাক সেইৰূপ শিক্ষাৰ সঁজুলি গোটাই দিছিল। এই কাৰণেই তেওঁৰ ঘৰত বা তেওঁৰ আশ্ৰয়ত থকা প্ৰত্যেকটো ল'ৰা-ছোৱালী সমাজত মূৰ জিলিকাই উঠিব পাৰিছে।

তেওঁৰ শিক্ষাৰ প্ৰভাৱ আৰু চৰিত্ৰৰ জ্যোতিয়ে অনেক বিপথগামী ডেকাক সৎপথলৈ আনিছিল। এই বিষয় আনৰ কথা নকৈ মই মোৰ নিজৰ সাক্ষীকে কওঁ।

মই এজন সজ বংশৰ ভাল মানুহৰ সন্তান। চেঙেলীয়া কালত

কু-সঙ্গত পৰি মই অনেক কু-কৰ্ম্ম কৰিছিলোঁ আৰু পঢ়া-শুনা এৰি অনাই-বনাই ফুৰিছিলোঁ। সেই সময়ত মই পিতৃ-মাতৃৰ অবাধ্য আছিলোঁ। পথাৰত চৰি থকা লোকৰ ঘোঁৰা ধৰি চেকুৰাইছিলোঁ, জুৱা খেলিছিলোঁ, আৰু আন অনেক অপকৰ্ম্ম কৰিছিলোঁ। মোৰ ১৯ বছৰ বয়সত মই নৰ্ম্মাল স্কুলত পঢ়িবলৈ যোৰহাটলৈ আহোঁ। মোৰ কপাল ভাল যে, গোসাঁইদেৱৰ দৰে শিক্ষাগুৰু এজন পালোঁ। পিতা-দেৱে মোৰ এনে দুষ্টালিৰ কথা তেওঁক বোধহয় কৈছিল। সৌভাগ্য-ক্ৰমে মোৰ ডেকাকালৰ সৰহ ভাগ সময় তেওঁৰ সান্নিধ্যত কটাব লগীয়া হ'ল। ফলত আজি অৱশ্যে জীৱনৰ শেষ কালত মই এজন ভাল মানুহ (**Complete Gentleman**) বুলি গৌৰৱ কৰিব নোৱাৰি-লেও, গোসাঁইদেৱৰ কাষ চপাৰ পাচৰ পৰা অমানুহৰ কোনো কাম কৰা নাই বুলি ডাঠি কব পাৰোঁ। গোসাঁইদেৱে মোক অধিক মৰম কৰিছিল এই কৰণে যে, তেওঁ এজন বিপথগামী ডেকাক সৎপথলৈ আনিব পাৰিছিল এই আনন্দত; আৰু ময়ো গোঁসাই-দেৱক পৃথিৱীৰ সকলো পূজনীয় লোকতকৈ অধিক শ্ৰদ্ধাৰ চকুৰে চাইছিলোঁ— সেই কাৰণে।

অথচ মোক সৎপথলৈ আনিবলৈ এদিনো গোসাঁইদেৱে উপদেশ বা নীতি-বাক্য শুনুৱা নাই। ই কেৱল তেওঁৰ সজআহি স্বৰূপ, সঙ্গলাভৰ ফল আৰু মোৰ জীৱনৰ ওপৰত তেওঁৰ চৰিত্ৰৰ প্ৰভাৱ।

## খোৱা-বোৱা

গোসাঁইদেৱৰ ডেকাকালত মাছ-মাংস অধিক প্ৰিয় খাদ্য আছিল।

গোসাঁই যেতিয়া নৰ্ম্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট, তেতিয়া ৺ভাৰত চন্দ্ৰ চলিহা কাকজান মাইনৰ স্কুলৰ হেড্ মাষ্টৰ আৰু শ্ৰীযুত ডম্বৰুধৰ খাউণ্ড চেকেণ্ড মাষ্টৰ। এওঁলোক তিনিওজন নলে-গলে লগা বন্ধু আছিল আৰু তিনিও খুব খাব পৰা মানুহ আছিল। তিনিওজন লগ লাগিলেই ভোজৰ আয়োজন হৈছিল।

মফস্বলত ভাল ডাঙৰ মাছ পালে তেওঁ ঘৰলৈ লৈ আহিছিল। এবাৰ নগাওঁৰ পৰা এটা চিতল মাছ আনিছিল। তাৰ কলঠী একুটত-কৈয়ো অধিক আছিল। এবাৰ উত্তৰ লক্ষীমপুৰৰ ভীম-পৰা বিলৰ বাহু মাছ এটা আনিছিল; তাৰ ওজন আছিল ২৯ সেৰ। তেওঁ নিজেও খাইছিল আৰু আনকো উৎসাহ দি সৰহকৈ খুৱাইছিল। মই খাব নোৱাৰোঁ কাৰণে গোসাঁয়ে মোক ডাবি দিছিল। খাব পৰাও এটা গুণ। আমাৰ বুঢ়ালোকে কয়,— "ভাতে মৰদ, ঘাঁহে বলধ।"

## গোঁসাইদেৱৰ আতিথেয়তা

চাহাবৰ চুবুৰীত বঙ্গলা আছিল কাৰণে নিজৰ অসুবিধা হব ভাবি বহুতে তেওঁৰ ঘৰত আলহী থাকিবলৈ নগৈছিল; কিন্তু সেই বুলি তেওঁৰ আলহী-অতিথিৰ সংখ্যা কম নাছিল। অসমৰ অনেক ভদ্ৰলোক আৰু ভাৰতৰ অনেক বিশিষ্ট লোক তেওঁৰ ঘৰত আলহী আছিল। আলহীৰ সুখ সুবিধাৰ প্ৰতি তেওঁ নিজে চকু দিছিল। হৰিজন সংঘৰ সভাপতি মাননীয় ঠক্কৰ বাপ্পা তেওঁৰ ঘৰত আলহী আছিল। যোৰহাট নগৰলৈ অহা ভাৰত প্ৰসিদ্ধ কোনো লোকেই গোসাঁইদেৱৰ ঘৰত আতিথ্য গ্ৰহণ নকৰাকৈ যাব পৰা নাছিল।

কলিকতা হাইকোৰ্টৰ অৱসৰ পোৱা জজ আৰু কলিকতা বিশ্ব বিদ্যালয়ৰ তেতিয়াৰ ভাইচ চেঞ্চেলাৰ চাৰ দেৱ প্ৰসাদ সৰ্ব্বাধিকাৰী আৰু মহামনা চি, এফ, এণ্ড্ৰুজ প্ৰভৃতি প্ৰসিদ্ধলোক সকলে গোসাঁই দেৱৰ আতিথ্য গ্ৰহণ কৰি তেওঁৰ ব্যৱহাৰ আৰু সৌজন্যত মুগ্ধ হৈছিল ।

## আনন্দ-উৎসৱ

গোসাঁইদেৱে আমাৰ জাতীয় উৎসৱ সকলোবোৰকে তেওঁৰ ঘৰত যথাযথ ভাৱে পালন কৰিছিল । মাঘ বিহুত চাহাব লোকৰ মাজৰ ইন্সপেক্টৰৰ বঙলাৰ কম্পাউণ্ডত মেজি পুৰিছিল আৰু বাঁহৰ হিলৈ ফুটাইছিল । উৰুকাৰ দিনা চোতালত তম্বু তৰি তাত বাস কৰিছিল আৰু ভেলা ঘৰ সাজি পৰিয়ালৰ সকলোৱে লগ লাগি ৰান্ধি বাঢ়ি লগ ভাত খাইছিল । বিহুৰ দিনা অনেক ভদ্ৰলোকে তেওঁৰ ঘৰত কৰাই, তিল-পিঠা আৰু সান্দহ গুৰি খাই তৃপ্তি লাভ কৰিছিল ।

সেইদৰে বহাগ বিহুত লাউ বেঙেনাৰ মালা গঁথা, গৰুৰ গা ধুওৱা মাহ হালধি সানি গা ধোৱা, গোহালিৰ আগত জাগ্ দিয়া, গৰুক নতুন পঘাঁ দিয়া কোনো কাৰ্য্যকে বাদ নিদিছিল ।

দীপান্বিতাৰ দিনা তেওঁৰ বঙলা নানা ৰঙৰ অসংখ্য বন্তিৰে উজ্বল হৈছিল আৰু ল'ৰা-ছোৱালীৰ লগত নিজে আতচ-বাজী পুৰি আনন্দ কৰিছিল । আটাইতকৈ আচৰিত কথা আছিল এই যে, এইবোৰ কাৰ্য্যত আনতকৈ উৎসাহ আৰু আনন্দ আছিল তেওঁৰেই বেছি । শেষ বয়সতো তেওঁ ল'ৰাৰ লগত ধেমালি আৰু ডেকাৰ লগত খেল-কুস্তিত যোগ দিছিল ।

## গোসাঁইদেৱৰ ধৰ্ম্ম নিষ্ঠা

চাহাবৰ চুবুৰীত চাহাবী ধৰণে বঙ্গলাত বাস কৰা দেখি বহুতে ৺গোসাঁইদেৱক চাহাব বুলি ভুল ধাৰণা কৰিছিল। আচলতে তেওঁ আছিল এজন নিষ্ঠাবান হিন্দু গোসাঁই। বঙ্গলাৰ কম্পাউণ্ডত নিজৰ খৰচত স্বকীয়া টিনৰ চালি সাজি নামঘৰ সাজি লৈছিল। তাত তেওঁ প্ৰায়েই শান্তি স্বস্ত্যয়ন, পূজাপাঠ কৰাইছিল। পুৱা-গধূলি বিধিমতে সন্ধ্যা গায়ত্ৰী জপ্ কৰিছিল। তেওঁৰ ঘৰৰ সত্য নাৰায়ণ পূজাত তাল চাপৰি বজাই নাম গাই অনেক সম্ভ্ৰান্ত লোকে মাহ-প্ৰসাদ আৰু পূজাৰ ঘোল মিঠৈ খাইছিল।

## আদি শিক্ষকৰ প্ৰতি গোসাঁইদেৱৰ শ্ৰদ্ধা-ভক্তি

আগতে কৈ অহা হৈছে যে, গোসাঁইদেৱে পাঠশালা স্কুলত পঢ়া নাছিল। পিতাকে তেওঁক তেওঁলোকৰে শিষ্যৰ ল'ৰা পানীটেমা গাওঁৰ শ্ৰীযুত মাটি ৰাম দাসৰ হতুৱাই প্ৰাৰম্ভিক শিক্ষা দিয়াইছিল। শেষ বয়সত মাটিৰাম বাবু বৰ দুখত পৰিছিল। গোসাঁয়ে তেওঁক অৰ্থ সাহায্য কৰি দাৰিদ্ৰ্য ৰাক্ষসীৰ গ্ৰাসৰ পৰা মুক্ত কৰিছিল। তেওঁৰ ল'ৰাক স্কুলত পঢ়াবৰ কাৰণে আৱশ্যকীয় কিতাপ কাগজ এই লিখকৰ হতুৱাই অনেক দিনলৈ যোগাইছিল।

## গোসাঁইদেৱৰ মিতব্যয়ীতা

ধন ঘটা উজু; খৰচ কৰা টান। কিয়নো উপাৰ্জ্জন কৰাতকৈ খৰচ কৰাত অধিক মাৰ্জ্জিত বুদ্ধি, সুবিবেচনা আৰু সংযম লাগে।

উপাৰ্জ্জনৰ লগত মিল ৰাখি খৰচ কৰা উজু কাম নহয়। এইদৰে গোসাঁইদেৱে সততে প্ৰয়োজন খলত কৈছিল আৰু সেইমতে অতি সাৱধানে চলিছিল।

গতিকে গোসাঁইদেৱ এজনা মিতব্যয়ী লোক আছিল। তেওঁৰ থকা মিলাৰ আদৱ কায়দা, পিন্ধা উৰা সাজ-পাৰ আৰু খোৱা-বোৱাৰ পয়োভৰ দেখি মানুহে যিমান খৰচ কৰা বুলি ভাবিছিল, প্ৰকৃততে তেওঁ তাতকৈ কম খৰচ কৰিছিল। তাৰ কাৰণ তিনিটা। প্ৰথম তেওঁৰ স্থিৰ বুদ্ধি, দ্বিতীয় তেওঁৰ সামান্য খৰচত চকু ৰখা অভ্যাস আৰু তৃতীয় অনাৱশ্যক ব্যয়ৰ সঙ্কোচ। সেই কাৰণেহে তেওঁ সুখ ভোগৰ যথেষ্ট আহিলা গোটায়ো পৰৰ উপকাৰ কৰিব পাৰিছিল আৰু ভৱিষ্যতে কোনো মহৎ কামৰ কাৰণে বহুতো টকা-কড়ি, জমাব পাৰিছিল।

খৰচত তেওঁৰ বিচাৰ ইমান সূক্ষ্ম আছিল যে, আলোচনী কাকত মেৰাই পঠিওৱা কাকত খনৰো নিলিখা অংশ কাটি ৰাখি শ্লিপ ৰূপে ব্যৱহাৰ কৰিছিল। এইদৰৰ কাম তেওঁ যে কেৱল ঘৰ-খৰচ কমাবৰ কাৰণেহে কৰিছিল সেইটো নহয়। চৰকাৰী আৰু ৰাজহুৱা অনুষ্ঠানৰ ধন খৰচতো তেওঁ তেনেবোৰ সৰু সৰু খৰচৰ প্ৰতিও চকু ৰাখিছিল। সেই কাৰণে গোসাঁইদেৱৰ গাত থকা কোনো ৰাজহুৱা ধনৰ ভঁড়ালৰে তলি উদং হব নোৱাৰিছিল বা অৰ্থৰ নাটনিত কোনো কাম কেতিয়াও বন্ধ হব নোৱাৰিছিল।

## পিন্ধা-উৰাত গোসাঁইদেৱ

গোসাঁইদেৱে চৰকাৰী কামত ইংৰাজী সাজ আৰু আন সময়ত অসমীয়া সাজ পিন্ধিছিল। পিন্ধা-উৰাত তেওঁ পৰিপাটি আছিল। জীৱনত এদিনো কতো কোনোৱে তেওঁক লাগ-বান্ধ নোহোৱাকৈ সাজ পিন্ধা দেখা নাই। কিছুমান মানুহে জুতাৰ ফিটা নবন্ধা, চোলাত বুতাম নমৰা, মূৰ নাচোঁৰা ইত্যাদি কথাক সৰলতাৰ লক্ষণ বুলি ধৰে। গোসাঁইদেৱ কিন্তু এই মতৰ বিপৰীত লোক আছিল। তেওঁ যেতিয়া যি সাজকে পিন্ধে, তাক অতি পৰি-পাটি লগাই ধুনীয়া দেখাকৈ পিন্ধিছিল আৰু সকলো সাজেই তেওঁক শুৱাইছিল।

## দান-ধৰ্ম্মত গোসাইদেৱ

অনেক ডাঙৰ লোকে কোনো মহৎ কাৰ্য্যৰ কাৰণে সকলো কালৰ খৰচ কমাই ধন সাঁচে। তেওঁলোকৰ সঞ্চয়ৰ উদ্দেশ্য মহৎ। গোসাঁইদেৱৰ সঞ্চয়ৰ উদ্দেশ্যও তেনে মহৎ আছিল। কিন্তু তেওঁৰ পৰিকল্পনা কাৰো আগত প্ৰকাশ কৰা নাছিল। গোসাঁইদেৱৰ আকস্মিক আৰু অকাল মৃত্যুৰ কাৰণে কোনো মহৎ কাৰ্য্য সিদ্ধিৰ উদ্দেশ্যে ডাঙৰ দান কৰাৰ সুবিধা নিমিলিল।

কিন্তু কোনেও নজনাকৈ সৰু সুৰা দানৰ পৰিমাণো তেওঁৰ কম নহয়। তেওঁ সম্পৰ্ক বিহীন অনেক দুখীয়া স্কুল কলেজৰ ল'ৰাক সহায় কৰিছিল। সৎ উদ্দেশ্যে মাগিবলৈ যোৱা মানুহক তেওঁৰ

দানৰ অন্তই আন অনেকতকৈ ডাঙৰ আছিল। টকাৰ সদ্ব্যৱহাৰ নহব বুলি শঙ্কা কৰি ছাত্ৰৰ পুথি ভঁৰালবোৰত তেওঁ কিতাপ কিনি কিতাপহে দান কৰিছিল।

মুঠতে গোসাঁইদেৱৰ সকলো গুণতকৈ ডাঙৰ গুণ আছিল দুটা। এটা তেওঁৰ সহৃদয়তা, আনটো তেওঁৰ আন্তৰিকতা। অকৃত্ৰিম আৰু অনাবিল মনৰ যি কোনো লোককে তেওঁ সহৃদয়তা দেখুৱাইছিল আৰু কৰিবলৈ লোৱা অতি সামান্য কামৰ পৰা মহৎ কামলৈকে আন্তৰিকতাৰে কৰিছিল আৰু কামৰ আদিৰ পৰা অন্তলৈকে সমানে মনযোগ দিছিল।

শ্ৰীকালী নাথ বৰ্ম্মণ।
নাজিৰা, ২৩।১।৫২

## শ্ৰদ্ধাৰ্ঘ্য নিবেদন

এই অৱসৰতে গোস্বামীদেৱৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন হিচাবে দুই এটি কথা স্মৰণ কৰিবৰ ইচ্ছা কৰিলোঁ। মই তেতিয়া কলেজৰ ছাত্ৰ। ১৯১১ কি ১২ ইংৰাজী চন। গোস্বমীদেৱৰ লগত সাক্ষাৎ তেজপুৰত। তেখেত মফস্বল ফুৰিবলৈ আহিছিল। বঙলাত এচ, আই, দুই এজন শিক্ষক আৰু হঠাতে ময়ো লগ হলোঁ। কথা প্ৰসঙ্গত গোসাঁইদেৱে শিশু সাহিত্যৰ আৱশ্যকতা আৰু আমাৰ সাহিত্যত যে এখনিও কিতাপ নাই এই বিষয়েই আলোচনাৰ মাই কথা আছিল। তেখেতৰ সেই কথা মোৰ মনত বৰকৈ লাগিল। মুখেৰে সাধাৰণ সমৰ্থনৰ বাহিৰে বিশেষ একো নকলোঁ। এইটো কিন্তু

সচাঁ যে তেখেতৰ সেই উপদেশ পায়েই মই এই শিশু সাহিত্যৰ প্ৰতি আকৃষ্ট হওঁ। সেই ছাত্ৰ অৱস্থাতে মোৰ প্ৰথম কিতাপ "বুদ্ধদেৱ" প্ৰকাশ কৰোঁ। কিতাপখনে যে সেই সময়ত সকলোৰে ইমান আদৰ পাব মই ভবাই নাছিলোঁ। কিন্তু মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিবৰ চেষ্টা কৰিলোঁ মোৰ দ্বিতীয় কিতাপ "সাবিত্ৰী" প্ৰকাশ কৰি ; গোস্বামী-দেৱৰ নামে উৎসৰ্গ কৰি। সেই সময়ত শ্ৰদ্ধা জ্ঞাপনৰ সিও এটা অন্যতম উপায় স্বৰূপ সকলোৱে গ্ৰহণ কৰা পন্থা আছিল। আজিও মোৰ সেই ফালেই ধাউতি। এতিয়া আকৌ শিশু কল্যাণৰ কাৰণে গঠিত হোৱা "মইনা পাৰিজাতত" ঘনিষ্ঠ ভাবেই সংশ্লিষ্ট থকাৰ সুযোগ ঘটিছে। "মইনা মেল" হৈ থকাত গুৰিয়াল হিচাবে মইনাহঁতৰ মাজত "ককা" ৰূপেই জনাজাত। গোস্বামীদেৱ মোৰ এই অৱস্থাৰ বাবে দায়ী নহল নে ?

মই তেতিয়া স্বৰাজ্য দলৰ পৰা ব্যৱস্থাপক সভাত বিৰোধী দলৰ সদস্য। মোৰ সমষ্টিৰ অন্তৰ্গত জামুগুৰি মধ্য ইংৰাজী স্কুলে তেতিয়া চৰকাৰৰ পৰা মাহিলি সাহায্য ১২্ বাৰ টকা হিচাবে পাই-ছিল। এবাৰ সেইফালে যাওঁতে স্থানীয় লোকৰ অনুৰোধত সেই স্কুল পৰিদৰ্শন কৰি পৰিদৰ্শন বহীত সাহায্য বঢ়াই দিয়াৰ বাবে যুক্তিসহ মন্তব্য প্ৰকাশ কৰিলোঁ। চৰকাৰী পৰিদৰ্শন বহীত তেনে মন্তব্য কৰিবৰ অধিকাৰ নাই বুলি স্কুলৰ হেড্‌মাষ্টৰক কৈফিয়ত তলবটো কৰিলেই মোকো এখন চিঠিৰে তেনে অবৈধ কাম কৰাত দোষাৰোপ কৰি সেই সময়ৰ ডিৰেক্টৰ মিঃ কানিংহাম চাহাবে মন্তব্য কৰিলে। মই চিঠিৰ চোকা মন্তব্যৰ তীব্ৰ প্ৰতিবাদ কৰিলোঁ আৰু অধিকাৰ

কিয় নহব বুলি প্ৰশ্ন কৰাত আমাৰ ভিতৰত ভালদৰেই মনোমালিন্য ঘটিল।

গোসাঁইদেৱ তেতিয়া বিশেষ বিষয়াৰূপে চৰকাৰী বিশেষ কাৰ্য্যত শ্বিলঙত কিছুদিন থাকিব লগা হৈছিল। তেখেতে আমাৰ এই খৰিয়ালৰ বিষয় জানিলে হযতো বা ডাৰেক্টৰ চাহাবেই কথা প্ৰসঙ্গত কব পাৰে। কাৰণ তাৰ আগলৈকে ডাইৰেক্টৰ চাহাবৰ লগত মোৰ বৰ সম্ভাৱ আছিল। স্কুল মাষ্টৰ হিচাবে চাকৰি তেখেতেই দিছিল আৰু চাকৰি কৰা মোৰ সেই পাঁচ বছৰত মোৰ ওপৰত তেখেতৰ ভাল ধাৰণা আছিল।

আমাৰ ভিতৰত এনে এখন খৰিয়াল চলি থকাটো গোসাঁইদেৱে ভাল নাপালে। ইয়াৰ এটা সুমীমাংসা কৰিবৰ কাৰণে মন কৰি এদিন গোসাঁইদেৱে মোক কলে, "শৰ্ম্মাদেৱ, আমাৰ ডিৰেক্টৰ চাহাবৰ লগত আপোনাৰ যি মনোবাদ চলিছে সেইটোত মই বৰ বেয়া পাইছোঁ। মই মাজত সোমাই ইযাৰ এটা শেষ কৰি দিব খোজোঁ। আপুনি এই কথাত মান্তি হব লাগে। মই চাহাবক ভালদৰে জানো। আপুনি এবাৰ গলেই সকলো শেষ হব। সেই দায়িত্ব মই লৈছোঁ।"

মুঠতে গোসাঁইদেৱে মোক চাহাবৰ ওচৰলৈ এবাৰ এনেয়ে যাবলৈ স্বীকাৰ কৰাইহে এৰিলে। এদিন দুয়ো গলোঁ। সঁচাকৈয়ে এনে সহৃদয়তাৰে চাহাবে মোক গ্ৰহণ কৰিলে যে পূৰ্ব্বৰ সেই সৌহাৰ্দ্দ্য ভাব আমাৰ ভিতৰত পুনৰ স্থাপিত হ'ল।

তাৰ পিচত গোস্বামীদেৱৰ কি আনন্দ! মোক কয় "এতিয়া বুজিলে, মোৰ কথা সঁচা হলনে? আপোনালোকৰ সন্মান ক্ষুণ্ণ

হোৱা আমি কেতিয়াও নিবিচাৰোঁ। কিন্তু মিছা কথাত লাগি থাকি মনৰ এটা মিছা অশান্তি কিয় ?"

## গোস্বামীদেৱৰ চৰিত্ৰৰ এই এটা দিক্

অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰ গোস্বামীদেৱৰ অন্যতম প্ৰধান কাম্য সাধনা আছিল। সেই বিষয় অন্ততঃ মোৰ লগত প্ৰায়ে আলোচনা হৈছিল। তেখেতে কৈছিল "চাকৰিৰ পৰা অৱসৰ লৈ মই এটা বহল ভাবে সাহিত্য প্ৰকাশ অনুষ্ঠান গঠন কৰিম। তেনে অনুষ্ঠান নহলে সাহিত্যই কেতিয়াও গা কৰি উঠিব নোৱাৰে।" এই সম্পৰ্কে কথা প্ৰসঙ্গত তেখেতৰ পৰিকল্পনা মোক ভালদৰে বুজাই কৈছিল যে সি গোটেই অসমৰ অনুষ্ঠানৰূপে গঢ় লব।

আমি তেতিয়া জেইলত। তাতেই গোস্বামীদেৱৰ আকস্মিক তিৰোধানৰ বাতৰি পাওঁ। মোৰ মনত যাইকৈ মনত পৰিল এই অসমাপ্ত কাৰ্য্যৰ প্ৰতি! তেখেতৰ তিৰোধানত গুৱাহাটী বিশ্ববিদ্যালয়েও এজন একনিষ্ঠ সেৱক হেৰুৱালে। কিন্তু এই বিশ্ববিদ্যালয় স্থাপনত গোস্বামীদেৱৰ যি অৱদান সি সদায় সকলোৰে শ্ৰদ্ধাযুক্ত স্মৃতি আকৰ্ষণ কৰিব।

আভিজাত্যহীন পাৰিপাট্য, আন্তৰিকতাপূৰ্ণ কৰ্ত্তব্যপৰায়ণতা গোস্বামীদেৱত সততে দেখা পাই মুগ্ধ হৈছিলোঁ।

মোৰ এনে সৌভাগ্য যে এই পুথিখনিৰ প্ৰকাশকে শেহত মোৰ হাততে গোস্বামীদেৱৰ ব্যক্তিত্বৰ কিছু পৰিচয় প্ৰকাশৰ সুযোগ দিলে। ইয়াৰ বাবে প্ৰকাশক মোৰ আন্তৰিক ধন্যবাদৰ পাত্ৰ। ইতি—

বিনীত—

শ্ৰীমহাদেৱ শৰ্ম্মা।